# ধৰম গিত।

# HYMNS

IN

ASAMESE.



Second Edition.

SIBSAGOR, ASAM:
PRINTED AT THE AM. BAPTIST MISSION PRESS.
1850.

# ধৰম গিত।

---

## ১

*Study of the Scriptures.* Psalm i.

Warren. 7.

১ ধৰম সাস্ত্ৰত জাৰ চিন্তন,
দিনে ৰাতি ৰাখে মন,
তাতে জাৰ আনন্দ সদাই,
ইস্বৰৰ আসির্বাদ পাই।

২ দুষ্টে সৈতে আলচ নাই,
অনিয়াই লোকৰ পথ নে জাই,
এৰে নিন্দকৰ আলাপ,
কৰে দুৰ সকলো পাপ।

৩ জি গচ থাকে নদিৰ পাৰ,
গুটি পাত নু সুকাই তাৰ,
সেই গচ জেনে ফলৰন্ত,
ধার্মিক তেনে সুখৰন্ত।

৪ এই ৰুপ পাপিৰ গতি নাই,
বায়ুত পতান উৰি জাই,
তেনে হই ইস্বৰৰ সোধ,
দুষ্টৰ দসাই প্ৰভুৰ ক্ৰোধ ৷

৫ তেঁৱে দেখিচে প্ৰিথক
পুন্য পাপি মানুহক,
ইটৰ স্বৰগত নিবাস,
সিটৰ গতি সৰ্বনাস ৷ ন. ব.

## ২

*"Precious Bible! what a treasure."*

**Treasure, 8, 7.**

১ প্ৰিয় পুথি, ধন অমুল্য
তোমাৰ বাক্যত পৰ্হি চাঁও;
অস্ত্ৰ সস্ত্ৰ তাত অতুল্য,
আহাৰ দৰবকো পাঁও;
ই দৰিদ্ৰ, লোকে কই,
তেও মোৰ ইচা সম্পুৰ্ন হই ৷

২ জি সংসাৰিক লোক নে জানে,
ইয়াত এনে মোৰ আহাৰ;

তাক মই খাইচোঁ ত্ৰিপ্তি মানে,
কেতিয়াও নাই আমনি তাৰ;
মৰা খ্ৰিষ্টক ভোজন পান,
তাৰে ৰখ্যা কৰোঁ প্ৰান।

৩ মনৰ কোনো বিৰাম হলে,
ইয়াত স্বস্তৰ ঔসধ পাঁও;
বিশ্বাস ক্লান্ত হৈ ৰহি গলে,
তাৰে মনৰ সান্ত কৰাঁও,
সাস্ত্ৰত জি জি অঙ্গিকাৰ,
কেৱল সেই মোৰ উপকাৰ।

৪ জুধৰ পৰিখাৰ সময়ত
ইয়াক লৈচোঁ বুকত ঢাল;
কঁপি চইতান পলাই ভয়ত
দেখি আত্মাৰ তৰোআল;
সি দুধৰিয়া চোকা হই,
কৰে সত্ৰুক পৰাজই।

৫ ধনৰত্নৰ জি সম্পতি
দিনে ৰাতি লোভে চাই,

তাৈল কিয় কৰোঁ মতি?
সি মোৰ সমান ধনি নাই;
য়িচুৰ বাক্যত জাৰে ধন,
তাৰ নাই একো প্রুয়োজন । ন. ব.



*The Ten Commandments.*

**Morning Light. 7, 6.**

১ মোৰ আগতে নে থাকোক
তোমাৰ আন দেৱতা;
অচেতন কোনো মুৰ্তি
সেৱা ন কৰিবা ।

২ অকাৰনত ন লবা
তোমাৰ ইস্বৰৰ নাম;
পবিত্র দিন সুঁঅৰি
তাত কৰিবা বিস্রাম ।

৩ মান কৰি পিত্রি মাত্রিক
সমাদৰ ৰাখিবা;
জিৱাত্মা থকা মানুহ
তাক বধ ন কৰিবা ।

৪ কাম ভাৱে পৰৰ তিৰিত
নি চিন্তিবা গমন;
আন লোকৰ দ্রব্য বস্তু
ন কৰিবা হৰন ।

৫ ন হবা মিচা সাখি
চুবুৰিয়াৰ অহিত,
পৰৰ সম্পতি দ্রব্যত
দুৰ কৰা লোভৰ চিত । ন. ব.

## ৪

*The two great Commandments.*

Angels' Song. L. M.

১ ইশ্বৰৰ আগ্যা এই প্রধান,
প্রেম কৰা প্রভু ভগৱান,
সকলো চিত, সকলো মন,
সকলো আত্মা দি চিন্তন ।

২ তেঁওৰ দুতিয় আগ্যাও সেই ৰূপ হই,
পৰ লোকক কৰা উচিত কই,
চুবুৰিয়াক আপোনাৰ সমান
হিত চিন্তি কৰা প্রিতি দান ।

৩ সেই আগ্যা দুই বিধানৰ সাৰ,
সকলো ৰই তাত ধৰি আৰ;
সম্পুর্ন ৰুপ জাৰ পালন নাই,
বিধানৰ দোআৰাই ত্রান নে পাই।
ন. ব.



*"Awaked by Sinai's awful sound."*

Ganges. C. P. M.

১ ভয়ঙ্কৰ চিনইৰ সুনি মাত,
মই উঠি দেখোঁ বন্ধন গাত,
পলাবৰ কি উপাই?
অনন্তৰ সত্য এই বচন,
ন জনম পাপিৰ প্রয়োজন,
নাইবা নৰকে জাই।

২ বিধানৰ ঠাইলৈ গলোঁ মই,
বিচাৰোঁ কঁপি তাত আস্রুই,
সি দিএ কেৱল সাপ;
ন জনম পাপিৰ প্রয়োজন,
এই কথা লাগি থাকে মন,
মোৰ বাঢ়িল অনুতাপ।

৩ মোৰ আত্মাৰ ওপৰ এনে ভাৰ
অসিমা থকাত নাই নিস্তাৰ,
ন খণ্ডে কিচু পাপ;
চিনয়ে গৰ্জে ঘনে ঘন,
ন জনম পাপিৰ প্ৰয়োজন,
নাইবা অত্যন্ত সাপ।

৪ পবিত্ৰ লোক আনন্দে কই,
প্ৰভুএ কৰে আমাৰ জই,
অনন্ত সুখৰ আস;
কিন্তু ন জনম প্ৰয়োজন,
এই কথা চিন্তোঁ অনুখন,
নু গুচে মনৰ ত্ৰাস।

৫ এই ৰূপে পৰি থকা কাল,
মোক দেখিলে প্ৰভু দায়াল,
তেঁওৰ প্ৰেমত পালোঁ ত্ৰান;
বিধানৰ সাপে মৰা জন
তেঁওৰ ক্ৰিপাত আকও পাই জিৱন,
তেঁওৰ স্তুতি কৰে গান।

ন. ব.



*Praise to the Trinity.*

Creation. 6, 6, 4.

১ জি সৰ্ব্বসক্তিমান,
গুন আধাৰ ভগৱান,
স্বৰ্গৰ ওপৰ,
তেঁও আদি আৰু অন্ত,
তেঁও অনাদি অনন্ত,
দায়ালু খেমাৱন্ত,
স্বয়ং ইশ্বৰ।

২ তিনি এক, একে তিন,
মহিমা গুন নাই ভিন,
পৰম মিলন;
পিত্রি হই নিৰাকাৰ,
পুত্র হই অৱতাৰ,
আত্মাই কৰে সংহাৰ
পাপিৰ কুমন।

৩ স্রিষ্টিৰ পুৰ্ব্বে ইশ্বৰ
ত্রান নিজুজিলে নৰ,
স্তও ধৰোঁ গান;

পিত্রিৰ জি মনোনিত,
পুত্রৰ জি পাই প্র্যাচিত,
ন জনম আত্মাক্রিত,
তাৰ পৰিত্রান। ন. ব.

## ৭

*Praise to the Creator.*

Middleton. 8, 7.

১ আকাস ভুমণ্ডলৰ মাজে
সুৰ্জ চন্দ্র তৰাগন
আপোন আপোন পথে ঘুৰি,
কৰে প্রভুৰ গুন কিৰ্তন।

২ সৰ্বগিয়ানি জি জন ইশ্বৰ
আপোন বাক্যেৰে সকল
আচে কৰি সৃজন পালন,
তিনি ভুবনক অকল।

৩ এনে প্রতাপ মহিমাৰে
জি জন আচে সকল থান,
সবে কৰোক স্তুতি নতি
অকল তেঁওকে পৰম গান। ন. ল.



*The Divine Attributes.*

Wilmot. 8, 7.

১ কেৱল এক জি পৰম ইস্বৰ
সত্য নিত্য ভগৱন্ত,
সকলোৰে আদি অন্তো
তেঁও অনাদিও অনন্ত;
সৃজন পালন সংহাৰ কৰ্ত্তা
তেঁওৰ বাহিৰে কোনো নাই,
জিৱন মৰন মুক্তি দাতা
প্ৰভু সৰ্ব্বানন্দ সদাই।

২ সৰ্ব্বসক্তি সৰ্ব্বজানি
অবিনাসি নিৰামই,
সৰ্ব্ববিয়াপি সৰ্ব্বদৰ্সি
অন্তৰ্জামি দায়ামই;
তেঁও নিস্পাপি পৰমাৰ্থিক
গুন অসিমা প্ৰেম আধাৰ,
সকল প্ৰভুৰ ওপৰ প্ৰভু
এই নিৰঞ্জন নিৰাকাৰ।

৩ এনে পৰম ৰুপ য়িহোৱা
নামে ধৰম এক ইস্বৰ,
তেঁওৰ মহিমা গুন প্রসংসা
কির্তন কৰোক নিৰন্তৰ;
জি জি থাকে এই ভুলোকত,
জি জি থাকে ওপৰ থান,
সকল কৰোক জয়ধনি
একে স্বৰে ধৰি গান। ন. ব.

## ৯

*Praise to the Creator.*

Haydn's. 8, 7.

১ আঁহা আঁহা, সকল সাধু,
আঁহা কৰোঁ স্তুতি গান;
দ্রিষ্টি ৰুপে পালন কৰি
আচে জি জন ওপৰ থান।
তেঁৱেই প্রভু, তেঁৱেই ইস্বৰ,
তেঁও অনাদিও অনন্ত,
সর্ব মহিমাৰে অপাৰ
তেঁৱেই সদা ভগৱন্ত।

২ স্বৰ্গ মৰ্ত্ত্য পতাল আদি,
আৰু অসিম তৰাগন,
সুৰ্জ চন্দ্ৰ, নানা বস্তু,
তেঁৱে কৰিলে স্রুজন;
নানা জন্তু, নানা পখি,
পহৰ আৰু অন্ধকাৰ,
পৰ্বত ভৈয়াম, মহা সাগৰ,
আৰু মানুহ দুৰাচাৰ।

৩ দিনে ৰাতি প্ৰকাস কৰি
জানিবলৈ দিলে কাল,
দ্ৰিষ্টি কৰি সেসে প্ৰভু
সকলোকে দেখে ভাল।
এনে স্রুজন পালন কৰ্ত্তাক
সদাই কৰোঁ স্তুতি গান,
সকল প্ৰভুৰ ওপৰ প্ৰভু,
তেঁওহে কেৱল ভগৱান। ন. ল.

## ১০

### *God Eternal.*

Expostulation. 11.

১ পুৰুসে পুৰুস প্ৰভু আমাৰ আস্ৰই,
স্ৰিষ্টিৰ পুৰ্বে তুমি আচা নিৰামই;
কোনে কব পাৰে তোমাৰ মহিমা?
অনন্ত গুন তোমাৰ অনেক অসিমা।

২ হেজাৰ হেজাৰ বচৰ এক নিমিস তোমাৰ,
এই ৰুপে কাল প্ৰভু আচে আপোনাৰ;
কিন্তু আমাৰ আয়ুস সপোন জেন হৈচে,
দিনে দিন অতি বেগে ঢুকাই গৈচে।

৩ বায়ুতে ব্ৰিখ্যৰ পাত জি ৰুপে সৰে,
তোমাৰ কোপত সেই ৰুপে প্ৰানি মৰে;
তোমাৰ সক্তিত প্ৰভু থাকিচোঁ জিয়াই,
তোমাৰ বিনে আমাৰ একো সক্তি নাই।

৪ তোমাৰ ক্ৰোধৰ পৰা কি মতে সাৰিম?
কোন থানে গৈ তোমাতে লুকাই থাকিম?
পখিৰ ডেউকা ধৰি গলে সমুদ্ৰত,
সেই কালেও থাকোঁ প্ৰভু তোমাৰ হাতত।

৫ সৰ্ব্বজান হৈ প্ৰভু জানা সমুদাই,
তোমাৰ আগত একো নে থাকে লুকাই;
কোনে কব পাৰে তোমাৰ মহিমা?
অনন্ত গুন তোমাৰ অনেক অসিমা।

ন ল·

## ১১

### *Trust in God.*

**Star in the East. 10.**

১ সক্তিমন্ত খেমাৱন্ত এক জন ইস্বৰ,
তেঁওৰ ক্ৰিপা জি পাই সন্তোস নিৰন্তৰ;
তেঁওত ভাৰসা কৰি পাব নিস্তাৰ,
পাপ জাব, সুখ পাব, গুচিব ভাৰ।

২ সৰন লৈ ভই সংসই কৰিবা দুৰ,
বিস্বাসৰ দোআৰাইহে আনন্দ প্ৰচুৰ;
তেঁও স্ৰিষ্টি কৰ্ত্তা, মহিমাৰ অপাৰ,
জগতক ৰাখিচে, ক্ৰিপাৰ আধাৰ।

৩ দুখেই বা সুখেই তোমাৰ পৰিখা,
সৰ্ব্বতিকাল কৰা দ্ৰিঢ ভাৰসা;
জিৱনৰ মৰনৰ তেঁও অধিকাৰ,
সোক পোআক কৰিব সেসত উধাৰ!

## ১২

*"The pity of the Lord."*

Boylston. S. M.

১ ইশ্বৰক ভজা লোক
তেঁওৰ দায়া মৰম পাই,
লৰাত মাক বাপেকৰ সাদৰ
তেঁওৰ ক্রিপাৰ সমান নাই।

২ তেঁও জানে আমাৰ প্রান
ৰেনুৰ দৰ উৰি জাই,
তেঁওৰ বায়ু ৰুপ ক্রোধ উঠিলে
তিলেকত প্রান নিয়াই।

৩ পুআৰ মুকলি ফুল,
কুমলিয়া ঘাঁহ জেন হই,
আমাৰ আয়ুস প্রফুলিত হৈ
এডাঁৰত পৰে জঁই।

৪ কিন্তু প্রভুৰ দায়া
অনন্ত কালে ৰই,
ধৰমিৰ সন্তান দেখিব
তেঁওৰ প্রতিগ্যা অখই। ন. ব.

# ১৩

*"Upward I lift mine eyes."* Ps. cxxi.

Anam, Jura. H. M.

১ মোৰ চকু তুলি চাঁও,
স্বৰ্গত মোৰ উপকাৰ,
স্রিষ্টি কৰা জি জন
তেঁও জগত অধিকাৰ,
মোৰ আস্রুই অকল সেই ইস্বৰ,
তেঁওৰ দায়া সদাই মোৰ ওচৰ।

২ ইস্বৰ মোৰ ৰখিয়া হৈ
জি কাল মোৰ পথ দেখাই,
ভৰি নে জাই পিচল,
ফান্দৰো সঙ্কা নাই;
অনিদ্রিত থাকি তেঁওৰ নয়ন,
ইস্রাএলক চাই কৰে পালন।

৩ ন কৰোঁ ৰাতি দিন
সুৰ্জৰ বা চন্দ্ৰৰ ভই,
জত পৰে ৰদৰ তাপ
ইস্বৰ মোৰ চাঁয়া হই,

বায়ু জি আনে উপদ্ৰুও
মোৰ ওপৰ একো নাই সম্ভও।

৪ সকলো আপদত
তেঁও ৰাখে মোৰ নিস্বাস,
প্ৰান অৰ্পন তেঁওৰ হাতত
দিঁ কৰোঁ দ্ৰিঢ বিস্বাস;
জেই দিনলৈ মোৰ আয়ুস ৰই,
অহা জোআ কৰিম অনিৰ্ভই।
ন. ব.

## ১৪

*Blessedness of serving God.*

Nuremburg. 7.

১ জিৱন কালে সত্য সুখ
অকল ইস্বৰ সেৱাত হই,
জেতিয়া ম্রিত্যু হই সমুখ
তেতিয়াও মন সুস্থিৰে ৰই।

২ পৰকালেও সৰ্বদাই
য়িচুৰ দাসৰ হব সুখ,
জেতিয়া স্বৰগ থানে জাই
প্ৰভু তাত ন হই বিমুখ।
জ. প. ব০

## ১৫

*Praise to Christ.*

Lonsdale. S. P. M.

১ ধৰা হে স্তুতি গান,
দিলে জি আপোন প্রান,
কেৱল খ্রিষ্ট সকলো সাৰ;
তেঁওত বিনে কতু নাই,
মুক্তিৰ একো উপাই,
তেঁওহে প্রভু প্রেমৰ আধাৰ ।

২ ধৰা হে স্তুতি গান,
দিলে তেঁও পাপৰ ত্রান,
এই নিমিতে কৰা ভক্তি,
সকল পাপক এৰা,
তেঁওত ভাৰসা কৰা,
তেহে কৰিব তেঁও মুক্তি ।

৩ ধৰা হে স্তুতি গান,
ভুলোকো ওপৰ থান,

তেঁওকে জানি আমাৰ ইশ্বৰ;
অতি পৰম সুৰে
ধৰি গান এক স্বৰে,
প্রসংসা কৰোঁ নিৰন্তৰ ।

ন. ল.

## ১৬

*Praise to Christ.*

**Creation. 6, 6, 4.**

১ ধৰা হে স্তুতি গান,
দিলে জি আপোন প্রান
পাপিৰ কাৰন;
দেখা প্রভুৰ মৰম,
জি কৰিলে কৰম,
কন্যাৰ গৰ্ভত জনম
কৰি ধাৰন ।

২ ধৰা হে স্তুতি গান,
কতো নাই উপাই আন
বিনে খ্রিষ্ট;

কৰা তেঁওত প্ৰেম ভক্তি,
তেহে পাবা মুক্তি,
প্ৰভু য়িচু অতি
আমাৰ ইষ্ট ।

৩ ধৰা হে স্তুতি গান,
তেঁৱে পাতিচে কান
দায়া কৰি;
তেঁও প্ৰভু দায়ামই,
কৰা জানি আস্ৰুই,
সেসে পাপ কৰি জই
জাবা তৰি ।

৪ ধৰা হে স্তুতি গান,
ভুলোকো ওপৰ থান
প্ৰভুক এই খেন;
তেঁওহে সকলো সাৰ,
বিনে তেঁওত নাহি আৰ,
ত্ৰান কৰে তেঁও সংসাৰ,
বোলা আমেন । ন. ল.

# ১৭

*Praise to Christ.*

Rock of Ages, Axton. 7.

১ প্ৰভু য়িচু খ্ৰিষ্টৰ নাম
অতিসই অমুল্য ধন,
তাকে চিন্তি অনুখন
ত্ৰান পাবা, মোৰ পাপি মন।

২ আমাৰ প্ৰভুৰ গুন অসিম,
মই তাক কবৰ সক্তি হিন;
প্ৰভু তুমি প্ৰেম সাগৰ,
তোমাৰ মৰন মোৰ উধাৰ।

৩ স্বৰ্গত থকা প্ৰতি জন
গাই আপোনাৰ অসিম গুন,
স্তুতি কৰে য়িচুৰ নাম,
ময়ো গাঁও সেই পৰম গান।

৪ প্ৰভু মোক দিয়া সুমন,
য়িচু এই মোৰ নিবেদন,
পাচে জেতিয়া মৰি জাম,
তোমাৰ চৰনত ঠাই পাম। প. স.

# ১৮

***Praise to Christ.***

Cottage. 7.

১ প্রভু য়িচু খ্রিষ্টৰ নাম
নিত্তৌ নিত্তৌ কৰা গান;
তেঁৰে আমাৰ অধিকাৰ,
পাপি লোকৰ পৰিত্রান।

২ নিজে প্রভু প্রেম সাগৰ,
দয়ালু ক্রিপালুমই;
এই কাৰনে প্রভুৰ নাম
নিতে স্তুতি কৰা জই।

৩ য়িচুত আস্রুই ধৰিলে
গুচিব সকলো দুখ;
অতি বিস্বাস কৰিলে
তেহে পাবা পৰম সুখ।

৪ মগ্ন কৰি পাপি মন,
হোআ তেঁওৰে আগ্যাৰ বস;
পি থাকিবা অম্রিত জল,
প্রভুৰ নামে মধুৰ ৰস। ন. ল.

# ১৯

*"All hail the power of Jesus' name."*

Coronation. C. M.

১ উবুৰি পৰোক স্বৰ্গৰ দুত,
জই জই হওক য়িচুৰ নাম;
তেঁওৰ মুৰত দিয়া ৰাজ মুকুট,
সিংহাসন সৰ্বধাম।

২ জি চিৰাফ আৰু কিৰুব লোক
স্বৰগত কৰে গান,
তেঁওক মুকুট পিন্ধাই স্তুও কৰোক
সৰ্বোপৰ ৰাজ মহান।

৩ জি সাখিৰ আত্মা ভেঁটিৰ তল
তেঁওত কৰে নিবেদন,
প্ৰসংসাক তুলি সেই সকল
কৰোক তেঁওৰ গুন কিৰ্তন।

৪ স্তুও কৰা, ইস্ৰাএল অৱসেস,
দাৱিদৰ বংস য়িচু,
তেঁওক কৰা ৰজাৰ অভিসেক,
প্ৰভুৰ ওপৰ প্ৰভু।

৫ বিদেসৰ জি জি পাপি লোক
তেঁওত পাইচে পৰিত্ৰান,
স্বৰ্গৰ ওপৰে সুৰ তোলোক
সত্‌চিদানন্দৰ গান ।

৬ সেই স্বৰ্গৰ গানিকাৰ সহিত
আমি নিবাস জেন পাম;
তাত মধুৰ গানৰ পাই অম্রিত
জই কৰিম য়িচুৰ নাম ।

ন. ব.

## ২০

*None like Christ.*

**Happiness. 6, 6, 9.**

য়িচুৰ অবিহনে
আমাৰ এই জিৱনে
প্রিয় ত্রান কৰ্তাৰ কোন আচে তুল্য?
অৱতাৰ ধৰিলে,
পাপ মোচন কৰিলে,
আমাৰ এনে প্রভুৰ নাম অমুল্য ।

ব. দ'

# ২১

*"Behold the glories of the Lamb."*

Bray. C. M.

১ পোআলি মেৰৰ মহিমা
দেখা পিত্রিৰ আসন;
তেঁওৰ নামত ধৰা নতুন গিত,
তেঁওৰ ধন্যবাদ কির্ত্তন।

২ সকলো ব্রিধ লোক তেঁওৰ চৰন
উবুৰি হওক প্রনাম;
গাই পতি ধৰি হাতত বিন
গান কৰোক য়িচুৰ নাম।

৩ সুগন্ধি ধুপৰ পাত্রও লৈ
তেঁওৰ আগত কৰোক দান;
সেই ধুপ পবিত্রৰ প্রার্থনা,
তাত প্রভু পাই সুঘ্রান।

৪ জি মেৰ পোআলি মৰা হল,
তেঁও ধন্য নিৰন্তৰ;
আমাক পোৰোহিত ৰজাৰ বাব
তেঁও দিলে ক্রিপাৰ বৰ।

৫ সকলো বঙ্গহ, ভাসা, ৰাজ্য,
নিবাসি ত্রিভুবন,
তেঁওৰ সক্তি, গিয়ান, ধন, মৰ্জ্জতা,
কৰোক পৰম কিৰ্ত্তন । ন. ব.

## ২২

*"Join all the glorious names."*

Anam. H. M.

১ মৰ্ত্ত্য বা স্বৰ্গৰ লোক
জি জি নাম সুনা গল,
গিয়ান, মহিমা, প্রেম,
প্রতাপি বাক্য সকল ;
জোগ কৰিলেও মোৰ প্রভুৰ গুন
দেখাবৰ কোনো নাই নিপুন ।

২ নিয়মৰ দুত প্রধান
তেঁও হৈছে অৱতাৰ,
পাপ খেমা লৈ দেখাই
ইস্বৰৰ অঙ্গিকাৰ ;
পাঁচনি এৰি পিত্রিৰ থান,
আনিলে নৰৰ পৰিত্রান ।

৩ ভবিস্যত বক্তা তেঁও,
বুজাইচে মোৰ কৈল্যান;
মহা পোৰোহিতো,
প্রাচিতৰ দিএ দান;
মিলন কৰা সমজুআ হই,
দণ্ডাই পাপিৰ তেঁও আস্রুই।

৪ তেঁও মেৰ পোআলি ৰুপ
নম্রু হল বলিদান,
নিজম দি ভেঁটিৰ কাস
ভুঞ্জিলে অপমান;
সেসত তেঁওৰ গর্জন সিংহৰ দৰ
সুনিব কঁপি সত্রু নৰ।

৫ তেঁও সেনাপতি মোৰ,
তেঁওৰ তৰোআল কৰঙ্গন,
জই কৰি মহা ৰাজ
উঠিব সিংহাসন;
তেতিয়া তেঁওৰ জয়ৰ ভাগি মই
অনন্ত ভোগ পাম সুখ আলই।

ন. ব.

## ২৩

*"Eternal Spirit, we confess."*

Uxbridge. L. M.

১ হে পৰম আত্মা ক্রিপামই,
চমত্কাৰ কৰম তোমাৰ হই,
পুত্ৰৰো পিত্রিৰ জি জি দান,
তুমি পোআইচা কৰি ত্ৰান।

২ তোমাৰ মহিমা হই অপাৰ,
গুচাইচে সকল অন্ধকাৰ,
তুমিহে দিচা মোক দেখাই
পাপ আৰু তাৰ মুক্তিৰ উপাই।

৩ মোৰ ৰিদই অনেক পাপৰ বাস,
তোমাৰ মহিমাই কৰে নাস,
তাত জন্মিচে মোৰ নতুন মন,
লোভ আদি সকল হই দমন।

৪ সম্পুৰ্ন ৰুপে তোমাৰ স্বৰ
বিয়াকুল মনৰ গুচাই ডৰ,
ভয়াতুৰ চিন্তাৰ কৰে সেস,
নে থাকে মনত দুখৰ লেস। ন. ব.

## ২৪

*"Come, Holy Spirit, heavenly Dove."*

Melody. C. M.

১ পবিত্র আত্মা, দুত কুপৌ,
লোআহি আমাত বাস,
এই চেঁচা মনত প্ৰভুৰ প্ৰেম
দি কৰোআ উচাহ।

২ বগাইচোঁ সংসাৰ মায়াৰ জাল,
ব্ৰেথাতে লাগি মন;
অনন্ত পৰম সুখলৈ
নুঠে আমাৰ চিন্তন।

৩ অনৰ্থক ৰুপে গাইচোঁ গিত,
উঠিবৰ স্ৰম বিফল,
জইধনি মুখত ক্লান্ত হৈ জাই,
ভক্তি আমাৰ অচল।

৪ হে প্ৰিয় প্ৰভু, এনে ৰুপ
হৈ থাকিম কিমান দিন?
আমালৈ তোমাৰ প্ৰেম প্ৰফুল,
আমাৰ প্ৰেম কেনে হিন!

৫ পবিত্র আত্মা, দুত কুপৌ,
বাস কৰা আমাৰ মন,
তাতে প্ৰভুৰ প্ৰেম বাকিলে
আমাৰো হই জলন। ন. ব

## ২৫

*"At anchor laid, remote from home."*

Uxbridge. L. M.

১ দেসান্তৰ থাকি দুখিত ভাও,
লঙ্গৰত লগাই ৰাখোঁ নাও;
এই ৰুপে বাট চাই বায়ুৰ আস,
কাৰ্হিচোঁ প্ৰাৰ্থনা নিস্বাস।

২ হে প্ৰিয় আত্মা, স্বৰ্গিয় বাত,
বলাই আহি পাল কৰা আট;
ক্ৰিপাকৈ ভজা উপকাৰ,
তাত ভৰ নদি হমগৈ পাৰ।

৩ পাৰ হবৰ ইচা অতিসই,
কিন্তু দুৰ্বল, নোআৰোঁ মই,
পাল তৰোঁ মাথোন কৰি স্ৰম,
তোমাৰহে বতাহ পৰাক্ৰম। ন. ব.

## ২৬

*"Oh for a closer walk with God."*

Arlington. C. M.

১ প্ৰভুৰ ওচৰে মোৰ গমন
জেন হব মন সিতল,
পথতে দিয়া মোক পহৰ,
সান্তনা, প্ৰেম নিৰ্মল।

২ প্ৰভুত মোৰ আচিল কেনে ৰঙ্গ,
প্ৰথমে পাই দৰ্সন!
অহ, কলৈ গল সেই সুখৰ কাল!
মধুৰ জেন তাৰ স্মৰন।

৩ আঁহা ফিৰাই, স্বৰ্গিয় কুপৌ,
মোৰ খেমা কৰা দোস;
তোমাক খেদালে জি মোৰ পাপ,
তাক ঘিনাঁও অসন্তোস।

৪ তোমাৰ অহিতে জি জি লোভ
মই প্ৰিতি কৰোঁ মন,
তাক কাৰ্হি পেলাওক, মোৰ হিদই
হওক তোমাৰ সিংহাসন। ন. ব.

# ২৭

*"To us a Child of hope is born."*

Zerah. C. M.

১ আমালৈ এজন পুত্র হই,
জন্মিচে এক সন্তান;
ভুলোকো স্বর্গৰ সৈন্য সকল
তেঁওক কৰিব সন্মান।

২ তেঁওৰ হব নাম মন্ত্রি আচজ,
কুসলৰ মহিপাল,
ইস্বৰ অসিমা বলৱন্ত,
পিত্রি অনন্ত কাল।

৩ দারিদৰ উঠি সিংহাসন
তেঁওৰ হব ৰাজ্য অসেস;
তেঁওৰ ধৰম সাসন, সোধ নিয়াই,
বর্হাব দেসে দেস।

৪ আমালৈ হৈচে এক সন্তান,
কুসলৰ মহিপাল,
ইস্বৰ অসিমা বলৱন্ত,
পিত্রি অনন্ত কাল। ন. ব.

## ২৮

*Birth of Christ.*

Haydn's. 8, 7.

১ পাখি মেলি অতি বেগে
স্বৰগৰ অনেক দুতগন,
মেৰ চাগ ৰখিয়া লোকৰ আগত
আহি দিলে দৰসন;
তেতিয়া ৰখিয়াই দুতক দেখি
মনত হল অতি বিস্মই,
পাচে দুতে মাতি কলে,
ন কৰিবা একো ভই ।

২ অতি কুসল বাত্রা আমি
কঁও, সুনা, তোমোলাকত;
বৈতলেহেম নগৰত আজি,
দাৰিদ ৰজাৰ বঙ্গহত,
স্বৰ্গৰ পৰা নামি আহি
তিৰিৰ লৈ উদৰত বাস,
খ্রিষ্ট প্রভু হল অৱতাৰ,
গুচাবলৈ পাপৰ ত্রাস ।

৩ এনে বুলি দুতৰ সমুহ
চাপি আহিল ভয়ঙ্কৰ,
অতি সুন্দৰ সুৰে ধৰি
স্তুতি কৰে নিৰন্তৰ ;
জই হওক স্বৰগৰ ওপৰত,
প্ৰিথিবিতো হওক কুসল ;
আনন্দে জইধনি কৰি
গুচি গলগৈ দুত সকল । ন. ল.

## ২৯

*Christ our Savior*

Dismission. 8, 7.

১ প্ৰভু য়িচুৰ অনুগ্ৰহত
প্ৰিথিবিতে জনম পাই,
আজিলৈকে তেঁওৰ মৰমত
আচোঁ সৰ্ব্বকাল জিয়াই ।

২ সদাই আমি পাপত মৰিম,
কেৱল আমাৰ পাপি অঙ্গ,
অকল য়িচুত আস্ৰই কৰিম,
দিব আমাক সাধুৰ সঙ্গ । ব. প.

## ৩০

*Christ the Savior.*

Cambridge. C. M.

১ আমাৰ আসুই ইস্বৰ তনই
পাপিৰ ত্রানৰ হেতু,
তেঁওকে জি জন কৰে ভজন
তেঁও তাৰ ভৱ সেতু।

২ জনমিল নৰ পৰম ইস্বৰ,
পাপিক কৰি উধাৰ,
তেঁওতে আসুই জি পাপি লই,
সেয়ে পাব নিস্তাৰ।

৩ ধৰিল আকাৰ ধৰ্মাৱতাৰ,
এই জগতক মৰম;
য়িচুৰ বিনে স্বৰ্গ ভুবনে
গমন কৰা দুৰ্গম।

৪ তেঁওৰ সুভ বানি সকল প্ৰানি
সুনা জাৰ আচে কান;
জি আহিব তেঁও তাক দিব
পৰম আনন্দে ত্রান। উ. ক. ব৹

# ৩১

*Christ the Savior.*

**Rochester. C. M.**

১ জগতৰ প্ৰভু খ্ৰিষ্টৰ প্ৰেম
দুৰ কৰে ম্ৰিত্যুৰ ভই,
আন আসা কৰা সকল ভ্ৰম,
তেঁওৰ নামে পাপৰ খই ।

২ ভই কৰে পাপলৈ জি জন,
মনতে হই চঞ্চল,
সি চিন্তিব য়িচুৰ চৰন,
পাপ গুচে চিত নিৰ্ম্মল ।

৩ আন আসা সকল গুচিব,
তেঁওৰ নামত কৰা সাৰ,
চিত সান্ত তেহে থাকিব,
উপাই নাহিকে আৰ ।

৪ হে খ্ৰিষ্ট, আমি মৰিলে
গুচুআ অন্তৰ দুখ,
দুস্কৰ্ম্মৰ সাস্তিত তাৰিলে
সেসত স্বৰগৰ সুখ ।

# ৩২

*Christ the true Sacrifice.*

Rock of Ages. 7.

১ কতক হেজাৰ পহুৰ প্ৰান
কৰা হৈচিল বলিদান,
তেও ন হই তাত পাপৰ থই,
তাতো মনৰ সান্ত ন হই।

২ পহুৰ তেজতকৈ পৰম
খ্ৰিষ্ট বলি সৰ্বোত্তম,
তেঁও ইস্বৰে দিয়া মেস,
প্ৰাচিত কৰে পাপৰ সেস।

৩ দেখি মোৰ অগনন দোস
কৰি আচোঁ অসন্তোস;
য়িচুৰ গাত মোৰ পৰিল পাপ,
তাতে গুচিল সকল তাপ।

৪ পাপিৰ কাৰন জি কেলেস
তেঁৰে ভুঞ্জিলে নিসেস,
তাকে চিন্তিছে মোৰ মন
আসা কৰে অনুখন।    জ. প. ব৹

## ৩৩

*Christ the only Refuge.*

Ocean. 8 7.

১ জদি পাই সকলো বস্তু
নৰৰ জি জি ইচা হই,
ধন জসস্যা নিতে নিতে
জদি বার্হে অতিসই;

২ তির্থে তির্থে জদি ফুৰে,
ধৰম থানত কৰি বাস,
ঘৰ কুটুমো জদি এৰে
পুন্য কৰি অভিলাস;

৩ সকল সাস্ত্র জদি পর্হে,
চৰনোদক কৰি পান,
দান দখিনা জদি কৰে,
তেও ন হব তাৰে ত্রান।

৪ পাপৰ মোচন পুন্যৰ আসা
সেই সকলত নাই উত্পন,
স্বৰগ গতি পাবৰ উপাই
আৰু আচে প্রয়োজন।

৫ প্রভু য়িচু তোমাৰ মৰন
পাপিক উধাৰ্ কৰা হই,
ধৰোঁ আমি তোমাৰ চৰন,
তুমি আমাৰ সত্য আস্রই।
জ. চ. ব০

## ৩৪

*Christ a sure Refuge.*

Come, ye disconsolate. 9, 10.

১ য়িচুৰ মৰনতে ললে আস্রই,
বিস্বাসে নাসিব মৰনৰ ভই;
বন্ধু হৈ থাকিলে ইস্বৰ তনই,
জগত খন সত্রু হৈ ধ্বকাত কি হই?

২ য়িচু এই নামে সকলোকে জই,
ৰন জুধ ন কৰাতো সত্রু বস হই;
তেজেৰে পাপিক তেঁও কৰিলে ক্রই,
মৰনৰ দোআৰাইহে জিৱন অখই।

৩ য়িচুৰ কৰুনা জি কৰে বিনই
তেঁও তাক উধাৰিব মহা প্রলই;
বিস্বাসি হৈ তেঁওত জি থাকে নিচই,
সেসত বাস কৰিব সুখৰ আলই।
ব০

## ৩৫

*Salvation through Christ.*

Romaine. 8, 5.

১ পৰিখাৰে ফান্দত পৰি
নৰৰ কি নিস্তাৰ?
তাৰিবলৈ আহিল ধৰি
য়িচু অৱতাৰ ।

২ ৰাখিলে তেঁওৰ চৰনত মতি
কৰিব নিচই ;
পাবা স্বৰগৰ সুভ গতি
পাপক কৰি জই ।

৩ কৰা, কৰা, হে আমাৰ মন,
খ্ৰিষ্টকে আস্ৰই ;
তেঁৱে দিব অন্তৰ জিৱন,
জাৰ ন হব খই ।

৪ য়িচু প্ৰভু মুক্তি দাতা
নামত খেমা পাই ;
খ্ৰিষ্ট বিনে উধাৰ কৰ্ত্তা
কতো উপাই নাই । ব. দ.

## ৩৬

*Christ our Physician.*

Warren. 7.

১ প্রভু য়িচু মহা বেজ,
পাপৰ ঔসধ আপোন তেজ
দিলে পাপিৰ কাৰনে,
জগত সংসাৰ তাৰনে।

২ সেই অমুল্য তেজে ধুই
গুচাই আমাৰ পাপৰ জুই,
কৰে সুধ পবিত্র প্রান,
মৰি পাইগৈ স্বর্গ থান।

৩ প্রভু মহা দায়ালু,
খেমাৱন্তো ক্রিপালু,
তেঁওত বাহিৰে নাই উপাই,
স্বর্গ মর্ত্য কোনো ঠাই।

৪ ধন্য, ধন্য প্রভুৰ নাম,
সকল দেসে কৰোক গান,
পুৰ হওক প্রভুৰ মনৰ আস,
হওক চইতান পাপিষ্ট নাস। ব. দ.

## ৩৭

*Christ our Deliverer.*

Gospel Call. 8, 7.

১ দোৰ্ঘোৰ এই অৰন্যৰ মাজত
কোনে আমাক ৰাখিচে?
কোনে আমাৰ সকল দুখত
স্বস্ত কৰি ৰাখিচে?
অকল খ্ৰিষ্টে
সদাই আমাক পালিচে।

২ জেতিয়া আমাক পাপৰ জৰিত
বন্ধন কৰি ৰাখিচিল,
তেতিয়া কোনে আমাৰ কাৰন
পাপৰ জৰি কাটিচিল?
অকল খ্ৰিষ্টে
পাপৰ বন্ধন মেলিচিল।

৩ জেতিয়া আমাৰ মনত অতি
দোৰ্ঘোৰ এন্ধাৰ আচিলে,
কোনে আমাক ক্ৰিপা কৰি
সকল এন্ধাৰ গুচালে?

অকল খ্রিষ্টে
সকল দুখত তাৰিলে। ন. ল.

## ৩৮

*"Plunged in a gulf of dark despair."*

Barby, Cambridge. C. M.

১ পৰি ঘোৰ অন্ধকাৰৰ কুণ্ড
মজিলোঁ তাত নিৰাস,
এক ফিৰিঙ্গটিৰো কিৰন
নে দেখিলোঁ প্রকাস।

২ ক্রিপাৰে চালে দায়ানাথ
আমাৰ অসিমা দুখ,
তাত পাপিক লাগিল করুনা,
তিয়াগিল স্বর্গৰ সুখ।

৩ উৰি আহিলে হর্সিত মন
চাৰি দিপ্তিৰ আলই,
সোমাল মৈদামত মর্ত্য রুপ,
উঠিলে ম্রিত্যুঞ্জই।

৪ এই রুপে ভুত চইতানৰ বল
তেঁও কৰিলে বিনাস,

আমালৈ মেলি নর্কৰ বান্ধ
জন্মালে স্বৰ্গৰ আস ।

৫ এই প্রেমৰ সম্বাদ সুনিলে
হওক স্রিষ্টি খনৰ ৰাও,
স্বৰগত বোআ হওক সোনাৰ বিন,
তেও নুঠে জোগ্য স্তও । ন. ব.

## ৩৯

*Incarnation and Death of Christ.*

Scotland. 6, 12.

১ ইস্বৰ সর্বপৰম
আমাৰ চিন্তি মৰম,
আপোন পুত্র ইষ্ট
প্রভু য়িচু খ্রিষ্ট
প্রিথিবিলৈ পাঁচি
উধাৰ দিলে জাচি;
মৰিল পেৰেঙ্গনি,
তেঁওলৈ জয়ধনি ।
জই জই প্রভু য়িচু, নিস্তাৰ পেৰেঙ্গনি,
য়র্দান সিপাৰ গলে কৰিম জয়ধনি ।

২ নৰৰ অৱহেলা
য়িচু মৰা বেলা,
সুৰ্জে মুখ ঢাকিলে
ভুমিও কঁপিলে;
এনে কাম বিপৰিত
দেখি বৰ আচৰিত,
ডৰাই সকল লোকে,
মন পুৰিলে সোকে।

৩ য়িচু মৰাৰ পৰে
মৈদাম বন্ধন কৰে,
তেঁও গৈ পৰলোকে
জিনিলে ম্রিত্যুকে,
পুনৰ জিৱন পালে,
মৈদামৰ ওলালে,
সিস্যক কৰি মৰ্সন
আপোন দিলে দৰ্সন।

৪ সিবিলাকত কৈচে,
ত্ৰানৰ সিধি হৈচে,

দেসে দেসে জাত্ৰা
কৰি দিবা বাত্ৰা;
জি জন বিস্বাস কৰে,
পাপৰ পৰা তৰে,
জি জন অবিস্বাসি,
সেয়ে হই বিনাসি ।

৫ এতিয়া স্বৰ্গোপৰে
তেঁও বসতি কৰে;
তাৰ ওলাব সেসে
আহি প্ৰতাপ ভেসে;
জিব ম্ৰিত্যু নৰে,
উঠি ভেঁৰিৰ স্বৰে,
তাতে প্ৰেমৰ ৰাগি
হমগৈ প্ৰভুৰ ভাগি ।
জই জই প্ৰভু য়িচু, নিস্তাৰ পেৰেঙ্গনি,
য়ৰ্দান সিপাৰ গলে কৰিম জয়ধনি ।

ন. ব.

## ৪০

*Salvation through Christ.*

Visitation. 8, 7.

১ দেখা, ইস্বৰ প্রকাসিলে
কিনো প্রেমে কৰি ত্রান,
আপোন হিয়াৰ প্রিয় তনই
জগতলৈ দিলে দান।

২ তেঁওতে আস্রই জি পাপি লই,
হব মহা পৰম সুখ,
মৰন সমই গুচি সংসই,
খণ্ডা জাব মনৰ দুখ।

৩ জেতিয়া চইতান ঘোৰ অগ্নি বান
মাৰি থাকে অতিসই,
তেতিয়াও নৰে ভই ন কৰে,
বিস্বাসে কৰিব জই।

৪ সুর্জ চন্দ্র জি নখ্যত্র
থাকিচে আকাস মণ্ডল;
সি ঢুকাব, ঠাই নে পাব,
জেতিয়া গুচিব সকল।

৫ তেতিয়াও থাকি সেই বিস্বাসি
তাত ন কৰে মনৰ ত্রাস,
কিন্তু ৰঙ্গে সাধু সঙ্গে,
পাব অজৰ অমৰ বাস। ন. ল.

## ৪১

*Condescension of Christ.*

Kelly. 11.

১ আমাৰ প্রভু য়িচুৰ মহিমা অপাৰ,
সকলো জগতে হৈ আচে প্রচাৰ;
জি আচে সেই প্রভুৰ মান সিৰে ধৰি,
লৰি ফুৰিলেও থিৰ থাকে ভৰি।

২ হে পাপি লোক, প্রভু খ্রিষ্টৰ ধৰম গুন,
জি কৰিলে আহি, তাকে মন দি সুন;
এৰি অতি আনন্দ স্বৰগৰ জি সুখ,
পাপক হৰন কৰি পালে মহা দুখ।

৩ দেখা, দেখা, প্রভুৰ ইমান হল মৰম;
কোন দেৱতাই আচে কৰি এই কৰম?
সকল পাপিৰ কাৰন দিলে এই উধাৰ;
এনে প্রভু য়িচু ধৰম অৱতাৰ। ব. দ.

## ৪২

*The Atonement of Christ.*

Gospel Trumpet. 8, 8, 4.

১ জেতিয়া আমি পাপে নষ্ট
হৈ গৈচিলোঁ, নৰ্কে ভ্ৰষ্ট,
তেতিয়া কোনো ন হল ইষ্ট;
কেৱল প্ৰভু ইশ্বৰ নন্দন
গুচাবলৈ পাপৰ বন্ধন,
হল অৱতাৰ ।

২ পাচে মানুহ জনম ধৰি
পেৰেঙ্গ কাঠত প্ৰানক এৰি,
পাপৰ মহা প্ৰাচিত কৰি,
ম্ৰিত্যু চইতানকো জিনি,
তেঁওৰ তেজেৰে পাপিক কিনি
দিলে নিস্তাৰ ।

৩ তেন্তে চেতন হোআ, হে মন,
নিৰসা হৈচা কি কাৰন?
সুনা প্ৰভুৰ প্ৰিয় বচন,
আসুই মোত জিবিলাকে লই,

সেসৰ দিনত সিইঁতক মই
কৰিম উধাৰ। ন. ল.

## ৪৩

*The Love of Christ.*

Huntley. 6.

১ আঁহা, কৰোঁ স্তুতি
প্রভু য়িচুক অতি,
জি থাকে ওপৰ থান,
কৰোঁ এক স্বৰে গান;
তেঁওৰ সক্তি মহিমা
নে পাঁও আমি সিমা,
এই কাৰন ধৰোঁ গান,
তেঁওত আমাৰ পৰিত্রান।

২ সকলোৰে ইস্বৰ
থাকে অতি ওপৰ,
তাতে সাধু দুতে
স্তুতি কৰে নিতে,
তথাপি নিবেদন
পাপিৰ সুনে দি মন,

এই কাৰন ধৰোঁ গান,
তেঁওত আমাৰ পৰিত্ৰান।

৩ আমি অতি পাপি
মনৰ দুখে তাপি,
দেখি এই অৱস্থা
প্ৰভুৰ লাগিল বেথা;
সেই কাৰন স্বৰ্গৰ সুখ
এৰি ভুঞ্জিলে দুখ,
কেৱল পাপিৰ কাৰন
দেহা কৰি ধাৰন।

৪ এনে প্ৰভুৰ মৰম,
পাপিৰ কাৰন ধৰম
দিলে দায়া কৰি;
তাতে সংসাৰ তৰি,
পাব অনন্ত সুখ,
গুচি সকলো দুখ;
এই কাৰন প্ৰভুৰ জেন
প্ৰসংসা হওক, আমেন।

ন. ল.

## ৪৪

### *Mercy of Christ.*

Atonement. 6, 6, 7.

১ প্রভু খ্রিষ্টে জনম
সকু লোকত ধৰি
প্রিথিবিলৈ আহিলে;
পাপৰ মোচন কৰম
সন্তোসেৰে কৰি
পিত্রি বাক্য সুনালে।

২ খোৰা, কনা, কলা,
অনেক ৰুগি লোকক
বাক্যেৰে ভাল কৰিলে;
সজ পথেৰে বলা,
অধিক লোকৰ দুখক
মৰম কৰি গুচালে।

৩ সেই প্রভুৰ মহিমা
দুষ্ট লোকে দেখি
অতি খিয়াল কৰিলে;

সেসত দুখ অসিমা
অনেক সাস্তি কৰি
কাঠত তুলি মাৰিলে। ব. দ.

# ৪৫

*Salvation through Christ.*

Carmarthen. H. M.

১ য়িচু ত্রান অধিকাৰ
ধৰা জানি চৰন;
জাৰ মন নিস্তাৰ হবৰ,
পাপৰ ভয়ে মৰন;
আম্রুই ললে নিস্তাৰ দিব,
বিস্বাসি লোক সদাই জিব।

২ য়িচু পাপিৰ কাৰন
অৱতাৰ ধৰিলে,
অতি দুখ পাই মৰন
প্রাচিত দান কৰিলে;
সেই প্রভু জগতৰ স্বামি,
সদাই স্তুতি কৰোঁ আমি। ব. দ.

## ৪৬

*Salvation through Christ.*

Amherst. H. M.

১ আঁহা, কৰোঁ স্তুতি
খ্রিষ্টৰ চৰন ধৰি,
তেহে পাবা মুক্তি
জাবা সংসাৰ তৰি;
চাপি ধৰা প্রভুৰ চৰন,
সিঘ্রে তৰা, ন হৈ মৰন।

২ দেখা, আমাৰ দিন গল,
আয়ুসৰ পৰিল সেস,
প্রিথিবি এৰা হল,
চলি জাঁও পিত্রিৰ দেস,
থাকিম সুখে ত্রিপিতি পাই,
অম্রিত মুখে মধুৰ গান গাই।

৩ আঁহা সকল পাপি,
প্রিথিবিৰ বন্ধু লোক,
ধৰা ওচৰ চাপি,
খণ্ডিব পাপৰ সোক;

খ্রিষ্টে কৰি য়ৰ্দানৰ পাৰ,
জাবা তৰি, গুচিব ভাৰ। ব. দ.

## ৪৭

*The Sufferings of Christ.*

Gospel Call. 8, 7.

১ হাই হাই, প্রভু, কি নো প্রেমত
এৰিচিলা স্বৰগ সুখ;
জগত মুক্তি হবৰ কাৰন
ভুঞ্জিচিলা মহা দুখ;
দেখি তোমাৰ সেই জাতনা,
সুৰ্জেও ঢাকিচিলে মুখ।

২ হাতত গজাল, ভৰিত গজাল,
আৰু কোখত জাটিৰ ঘা,
সেই সময়ত পিত্রিৰ আগত
নিবেদিলা প্রার্থনা;
বোলা সদাই, পিত্রি, পিত্রি,
খেমা, পাপিৰ দোস খেমা।

৩ হে প্রভু, এই প্রেমত তুমি
আমাক কৰা আকর্সন,

দিয়া তোমাৰ মোহৰ মাৰি,
কৰা বন্ধন পাপি মন;
সেসৰ কালে অনাথ দাসক
দিবা ঠাই তোমাৰ চৰন । ন. ল.

## ৪৮

*The Sufferings of Christ.*

Kentucky. S. M.

১ প্রভু তোমাৰ সৰিল
কেনে ৰুপে ভাগি,
এৰি কাঠত আপোন প্রানক
দিলা প্রানিক লাগি ।

২ এনে ৰুপে প্রভু
অতি দুখে পৰি,
পাপিৰ কাৰন উধাৰ সাঁকো
দিলা দায়া কৰি ।

৩ এনে প্রভুৰ মৰম
আমাৰ মনে জানি,
কৰোঁ তোমাক স্তুতি নতি
অতি প্রিয় মানি । ন. ল.

# ৪৯

*Death of Christ.*

Sovereign Grace, Warren. 7.

১ বাৰে জনৰ এজন গৈ
পোৰোহিতৰ ত্ৰিচ ৰূপ লৈ,
অতি চলে ফন্দ কৰি
দিলেগৈ প্ৰভুক ধৰি।

২ স্বৰ্গৰ ইস্বৰ প্ৰভু মোৰ
দুখ পালে অতি দুৰ্ঘোৰ,
পেৰেঙ্গনিত দেহ আৰি
পাপিৰ কাৰন প্ৰান চাৰি।

৩ মৰিল পাপৰ জামিন হুই
মইদামতে তিন দিন সুই,
তাতে কৰি পাপৰ খই,
উঠিল ম্ৰিত্যুক কৰি জই।

৪ এই কথা সুনি জি লই,
আহি কৰোক তেঁওত আস্ৰুই,
সাৰিব জাতনা দুখ,
পাবগৈ অনন্ত সুখ।    ব. দ.

## ৫০

### *Death of Christ.*

Gospel Call. 8, 7.

১ বাৰে জনৰ এজনে গৈ
অতি চলে ফন্দ কৰি,
পোৰোহিতৰ ৰুপ ভেঁটি লৈ
দিলেগৈ প্ৰভুক ধৰি;
মহা পাপি,
আপোন ঘাতি হল মৰি।

২ আমাৰ প্ৰভু খ্ৰিষ্টৰ সেস দুখ
সুনা সকল ধাৰ্মিক লোক;
দুষ্ট লোকে নে চালে মুখ
সুনি লাগে মহা সোক,
অতি দুখে
মাৰি প্ৰভুক বিন্ধি কোস।

৩ পাপিৰ কাৰন প্ৰভু য়িচু
এৰি আপোন স্বৰ্গৰ সুখ,
পাপৰ সেস নেৰিলে কিচু
বলি হৈ ভুঞ্জিলে দুখ;

মৰম কৰি
পাপিক দিলে মহা সুখ।

৪ এনে প্রভুৰ দায়া এৰি
জদি কৰে আগ্যা চন,
পাপে ধৰি থাকে বেৰি,
সুচি ন হই পাপি মন;
সেসৰ কালত
হেৰাব অমুল্য ধন। ব. দ.

## ৫১

*"'Twas on that dark and doleful night."*

Armley, Uxbridge. L. M.

১ এন্ধাৰ নিসা জি কাল বিসম
নৰ আৰু নৰ্কৰ পৰাক্রম
কপটিয়াৰ হাতত কৰি ক্রই
চিন্তিলে বধ ইস্বৰ তনই,

২ সেই ৰাতিৰ ভোজত বহি খাই,
প্রভূএ সিস্যক প্রেম দেখাই;
পিঠা লৈ কৰি ইস্বৰ স্তও,
তেঁও ভাঙ্গি দিলে ক্রিপাৰ ভাও।

৩ এয়ে মোৰ সৰিল, নৰৰ হিত
হৈছে ভগন, পাপৰ প্রাচিত;
পান পাত্রও পাচে হাতত লই,
এয়ে মোৰ তেজৰ নিয়ম হই।

৪ সকলোএ কৰা ভোজন পান,
মোৰ প্রিয় সিস্য, কাল অৱসান,
এই কৰম কৰি আচৰন,
মোৰ দুখ ভোগ ৰাখিবা স্মৰন।

৫ চিন্তি, প্রভু, তোমাৰ মৰম,
বৈ লোতক কৰোঁ এই কৰম;
আমাৰ সমজুআৰ প্রিয় নাম
সুঁঅৰি প্রেমৰ জুনা গাম।

৬ জি দিন তোমাৰ প্রধান বিবাহ,
সেই দিনলৈ মণ্ডলিৰ আস;
তুমি আহিলে আপোন ৰাজ্য,
আমাক ন কৰিবা অগ্রাজ্য।

ন. ব.

## ৫২

*"Mary to the Savior's tomb."*

Martyn. 7.

১ জেতিয়া অৰুনৰ উদই
পুবৰ ফালে দেখা হল,
সুগন্ধ দ্রব্য তেতিয়া লৈ
মাৰিয়াই মৈদামলৈ গল।

২ প্রিয় জনক তাত নে পাই,
খেদ বিস্ময়ো লাগিল মন,
থিয়ৈ চকুৰ লো ওলাই
কৰি আচিলে ক্রন্দন।

৩ তেতিয়া সুনি য়িচুৰ মাত,
মনৰ সকল দুখ গুচিল,
চিতত ৰঙ্গ হল অকস্মাত,
জানি মোৰ প্রভু উঠিল।

৪ কেনে সক্তি প্রভুৰ বাক!
এন্ধাৰক পহৰ কৰাই;
তেঁওলৈ কন্দা জিবিলাক,
মচিব তাৰ লো গুচাই। ন. ব.

## ৫৩

*"Angels, roll the rock away."*

Rosefield. 7.

১ সিল বগৰাআ, স্বৰ্গৰ দুত,
কৰা, ম্রিত্যু, তেঁওক মুকুত;
অমৰ সৰিল সোভাকৰ
তেঁও উঠিচে মৈদামৰ ।

২ গায়ন সকল স্বৰগৰ,
বলোআ ধনি, কালিৰ স্বৰ;
জগত সিমাৰ সৰ্ব লোক
সেই আনন্দিত ৰাও সুনোক ।

৩ তোলা, য়িচুৰ দাস, নয়ন,
দেখা স্বৰ্গে তেঁওৰ উঠন;
তেঁওলৈ বাট চাই জি মণ্ডল,
সেই ওপৰে জয়ে গল ।

৪ জই জই কৰা সৰ্বোপৰ,
চিৰাফ কিৰুব লোক অমৰ;
সোনৰ গুনা বুলুআ বিন,
তেঁওৰ প্রসংসাত নিয়াই দিন ।

ন. ব.

## ৫৪

*"Wide, ye heavenly gates, unfold."*

Axton. 7.

১ মেলা স্বৰ্গৰ দুআৰ বহল,
চিৰস্থায়ি দিপ্তিমন্ত;
দঙ্গা হওক কপাট সকল,
সোমাওক ৰাজ মহিমাৱন্ত।

২ সুনা প্রস্ন মাত সুন্দৰ,
কোন এই ৰজা সক্তিমান?
স্বৰ্গৰ গায়ন দি উতৰ
কৰে অমৰ মুখে গান;

৩ জয়ৰ প্রভু সক্তিমই,
জুধত মহা বলৱন্ত,
মৰনকো কৰে জই,
তেঁৱেই ৰাজ মহিমাৱন্ত।

৪ তেঁৱে কৰিলে বিনাস
নৰ্কৰ চইতান ভুতৰ বল;
কাৰ্হি নিলে আপোন দাস,
কৰি ক্রই মৈদামৰ তল।

৫ মেলা স্বৰ্গৰ দুআৰ বহল,
চিৰস্থায়ি দিপ্তিমন্ত;
দঙ্গা হওক কপাট সকল,
সোমাওক ৰাজ মহিমাৱন্ত ।

৬ কোন এই ৰজা সক্তিমান?
পৰাক্ৰমি সৈন্য ইস্বৰ;
মৰিল জি প্ৰভু মহান,
তেঁৱেই ৰজা সৰ্বোপৰ । ন. ব.

## ৫৫

***"Hosanna to the Prince of light."***

**Rochester. C. M.**

১ জই হওক জি ৰজা জোতিমই
পিন্ধিলে মৰ্ত্যৰ বেস,
মৰনৰ ভাঙ্গি লোৰ দুআৰ
তেঁও কৰিলে প্ৰবেস ।

২ ভয়ানক ৰজা মৃত্যুলৈ
ন কৰোঁ আৰু ডৰ,
তাৰ হুল কাৰ্হিলত নৰ্কৰ জই
গুচিলে নিৰন্তৰ ।

৩ ওপৰে তেঁওৰ উঠন দেখা,
আপোনাৰ পিত্ৰিৰ বাস;
তেঁওৰ দেহাত ঘা জসস্যাৰ চিন,
নয়নত জই প্ৰকাস।

৪ তাত বহিল ত্ৰান কৰ্ত্তা মহিম
ইস্বৰৰ মাজ আসন;
আমাৰ ম্ৰিত্যুঞ্জই য়িচুৰ তল
বস হৈছে স্ৰিষ্টি খন।

৫ হে মৰ্ত্ত্য লোক, তেঁওৰ প্ৰেম অতুল্য
গুন কিৰ্ত্তন কৰা গান;
মধুৰে অম্ৰিত স্বৰ উঠোক
জেন পৰে প্ৰভুৰ কান।

৬ ৰেপনি ধৰা গুনা বাই,
দুত সকল স্বৰ্গধাম;
জলন্ত প্ৰেমে কৰা স্তও
ইমানুএলৰ নাম। ন. ব.

## ৫৬

*The awakened Sinner's Prayer.*

**Pleading Savior.** 8, 7.

১ হে প্ৰভু, মই অতি পাপি,
দিয়া কৰি মোক উপাই;
নৰকলৈ ভয়ে কঁপি
সদায়ে ধাতু উৰাই;
পথ দিয়া মোক,
প্ৰভু য়িচু দায়ামই ।

২ সংসাৰ অৰন্যৰ মাজতে
পৰি আচোঁ, বাট নে পাই;
জতে ততে চইতান হাতে
বেৰি আচে সৰ্বদাই;
কি কৰিম মই!
কোনে দিব মোক উপাই?

৩ ক্ৰিপা কৰি প্ৰভু চোআ,
সংসাৰ এই ঘোৰ সমৰত;
পাপ খেমালৈ মোকো লোআ,
নেৰিবা ঘোৰ মৰনত;

কাতৰ কৰোঁ,
ধৰোঁ তোমাৰ চৰনত। ব. দ.

## ৫৭

*Sinner's Prayer to Christ.*

Pleading Savior. 8, 7.

১ হে প্ৰভু, জগতৰ বন্ধু,
পাৰ কৰা মই অধমক,
য়িচু মহা প্ৰেমৰ সিন্ধু
কৰা ত্ৰান ঘোৰ নৰকত,
মোক নেৰিবা
দাঙ্গি নিবা স্বৰগত।

২ বিচাৰ দিনৰ চাপি ওচৰ
জেতিয়া হব ঘোৰ প্ৰলই,
সুধি সকল পাপিৰ গোচৰ
তেতিয়া হবা মোৰ আস্ৰই,
দায়া কৰি
চিঙ্গিবা মোৰ পাপ সংসই।
ব. প.

## ৫৮

*The Sinner surrendering himself to Christ.*

Oldenburg, German Hymn. 7.

১ মই অতি পাপিষ্ট জন
মহা অধম দুৰাচাৰ,
সুনা পাপিৰ নিবেদন,
দায়াল য়িচু কৰা পাৰ ।

২ তোমাত বাজে নাহি আৰ
ত্রান কর্তা নৰকৰ ভই,
কৰা মোকে উপকাৰ,
তুমি অতি ক্রিপামই ।

৩ হে প্রভু, মোৰ খেমা দোস,
নতুন কৰি দিয়া মন,
পাপত আচোঁ অসন্তোস,
তোমাত কৰোঁ প্রান অর্পন ।

৪ জিৱন কালে তোমাৰ নাম
কৰিম জগতত প্রকাস,
পাচে পাইগৈ স্বগধাম
থাকিম সুখে তোমাৰ পাস ।

জ. চ. বৰু

## ৫৯

*The Sinner's Plaint.*

Rock of Ages. 7.

১ অতি অধম দুৰাচাৰ
পর্বত সমান পাপৰ ভাৰ,
এৰাবলৈ নে পাঁও ঠাই,
কোনো নাইহে মোৰ আস্রুই ।

২ কি হব, কি হব মোৰ?
অতিসয়ে বৰ গধুৰ;
সাৰিবলৈ কি উপাই?
কোনে গুচাব, হাই হাই!

৩ য়িচু খ্রিষ্ট নামে জাৰ
ধৰম ৰুপে অৱতাৰ,
দায়াল প্রভু সক্তিমান
আস্রুই ললে কৰে ত্রান ।

৪ অতি দুখে ভাৰ বান্ধি
সিঘ্রে গৈ কান্দি কান্দি,
জাস্না এই মোৰ নিবেদন,
প্রভু, মই পাপিষ্ট জন ।

৫ ত্ৰান কৰা, ত্ৰান কৰা মোক,
গুচুআ মোৰ অতি সোক;
সেসত গুচাই মহা সাপ
খেমা কৰা সকল পাপ । ব. দ.

## ৬০

***Prayer for Salvation.***

**Redeeming Love. 7,**

১ হে য়িচু ধৰ্মাৱতাৰ,
পাপি আমাক দি নিস্তাৰ,
এৰুআ নৰ্কৰ জাতনা;
কৰা ধৰম আত্মা দান,
দিয়া আমাক পৰম গিয়ান,
দুৰ কৰা কুমন্ত্ৰনা ।

২ আমাৰ কৰ্মৰ প্ৰতিফল
নৰকৰ অসেস অনল,
সাৰিম কেনে সাধনা;
কৰিলোঁ অসিমা পাপ,
জোগ্য হৈছোঁ প্ৰভুৰ সাপ,
য়িচু কৰা সান্তনা । ন. ব.

## ৬১

*The Sinner's Plaint.*

Pleading Savior. 8, 7.

১ হাই হাই, প্ৰভু, কি নো জনম
ধৰিলোঁ এই সংসাৰত?
উপজিএই পাপত পৰি
ডুবিলোঁ পাপ সাগৰত,
নিস্তাৰ কৰা
আমাক এই পাপৰ ভাৰত।

২ ভুতৰ মায়াৰ জৰিত আমাক
ৰাখিচে বন্দি কৰি,
তাতে আচোঁ পৰি দুখে,
কেনে ৰুপে জাম তৰি?
দায়াল য়িচু,
মেলি নিয়া পাপ জৰি।

৩ জত দিনলৈকে আমাক
ৰাখিবা এই জগতত,
সিমান কাললৈকে তুমি
আমুই হবা সঙ্কটত;

সেসৰ কালত
ৰাখা তোমাৰ আনন্দত। ন. ল.

## ৬২

***Prayer for Salvation.***

**Pleading Savior. 8, 7.**

১ আমি অতি দুষ্ট পাপি,
কেনে ৰূপে পাম নিস্তাৰ?
ভুতৰ অনেক ফান্দৰ জৰি,
কি মতে হাত সাৰিম তাৰ?
দায়াল য়িচু,
কৰা পাপৰ সাগৰ পাৰ।

২ তুমি বিনে আস্ৰুই আমাৰ
নাহিকে এই সংসাৰত;
এই নিমিতে জাস্না কৰোঁ,
নেৰিবা পাপৰ ভাৰত;
পাৰকৈ নিয়া
সকল পাপৰ সাগৰত। ন. ল.

# ৬৩

*Sinner's Prayer.*

Bangor. C. M.

১ কি কৰিম মই পাতকি জন,
মই কেনে পাম উধাৰ?
অগনন পাপ, মোৰ দুষ্ট মন,
পাপ হেতু নাই নিস্তাৰ।

২ বিনা প্ৰভু য়িচুৰ চৰন
আমাৰ কাতো নাই ত্ৰান;
মুক্তিৰ উপাই প্ৰভুৰ মৰন,
তাত ৰখ্যা হই মোৰ প্ৰান।

৩ প্ৰভু, তুমি মোৰ ভাৰসা,
দুৰ কৰা মনৰ দুখ;
আপোনাৰ হাতে মোক ৰাখা
তেহে মোৰ হব সুখ।

৪ প্ৰভু, মোৰ দাই জেন খণ্ডা জাই,
মোৰ মনত আচে ত্ৰাস;
কি হব, এই চিন্তন সদাই,
য়িচু নেৰিবা দাস।　　ক. স.

## ৬৪

*Sinner's Prayer.*

Ocean. 8, 7.

১ প্ৰভু, আমি জন্মৰ পাপি,
দুষ্ট আৰু দুৰাচাৰ;
অনেক পাপত হলোঁ তাপি,
কিন্তু তুমি প্ৰেম আধাৰ।

২ এই নিমিত্তে এৰি প্ৰভু
তুমি আপোন নিজে প্ৰান,
কৰি পাপিৰ মহা প্ৰাচিত,
দিলা সকল পাপৰ ত্ৰান।

৩ তাতে প্ৰভু আসা জন্মি,
তোমাত কৰোঁ নিবেদন;
সকল পাপক খেমা কৰি,
সুচি কৰা আমাৰ মন।

৪ জিৱনৰো মৰনৰো
তুমি আমাৰ অধিকাৰ;
স্বৰ্গে মৰ্ত্ত্যে কোনো থানত
তুমি বিনে নাহি আৰ। ন. ল.

# ৬৫

*Sinner's Prayer.*

Ocean. 8, 7.

১ প্ৰভু, আমি জন্মৰ পাপি,
একো নাই আমাৰ উপাই,
অতি দুখে. হৈচোঁ তাপি,
কি হব আমাৰ বিলাই!

২ কিন্তু তুমি সান্ত কৰা
খেমা কৰি সকল পাপ,
সেসৰ দিনা দাঙ্গি ধৰা
গুচাই আমাৰ সকল তাপ।

৩ স্বৰগতো প্ৰিথিবিতো
তুমি আচা সৰ্বোপৰ,
তোমাত বাজে নাহি কতো
সৰ্বগিয়ানি এক ইস্বৰ।

৪ প্ৰভু য়িচু দায়া কৰি
আমাক নিবা সুখৰ ঠাই;
কৰিম স্তুতি পৰি পৰি
তোমাৰ চৰনত সদাই। ব. প.

## ৬৬

***Prayer to Christ for Salvation.***

Visitation. 8, 7.

১ আমি পাপিক দায়া কৰা,
ওহে য়িচু ক্রিপাবান,
তুমি নৰৰ নিস্তাৰ কর্তা
প্রভু সর্বসক্তিমান;
সুনা য়িচু, সুনা য়িচু,
সুনা আমাৰ নিবেদন।

২ আমি অনেক অপৰাধি
আমাৰ পাপৰ অতি ভৰ;
মর্ত্যে কাৰো সক্তি নাহি
আমাৰ নিস্তাৰ কৰিবৰ,
য়িচুত বাজে কাৰো নাহি
সক্তি আমাক তাৰিবৰ।

৩ সুনি আচোঁ কুসল বাত্রা,
সুনি আচোঁ তোমাৰ নাম,
তুমি পালা দুখ অসিমা
কৰি পাপিৰ পৰিত্রান,

জগত মুক্তি হোআৰ কাৰন
করিচিলা জিৱন দান।

৪ স্রিষ্টি থনে কৈল্যান সুনি
আসা কৰি পাই নিচই,
বিস্বাস কৰি লোকত বোলোঁ,
খ্রিষ্টৰ ক্রিপাত ৰথ্যা হই,
পাপি জনে খ্রিষ্টৰ নামে
আস্রুই ললে ৰথ্যা হই।

জ. চ. ব৹

## ৬৭

*Longing for Christ.*

Latrobe. 7.

১ প্রভু য়িচু দায়াবান,
সুনা মোৰ এই নিবেদন,
মই আপোনাৰ ক্রিপা চাঁও,
তোমাত বাজে নষ্ট হঁও।

২ সংসাৰিক সুখ হব কি?
ধনে মান্যে লভ্য কি?

সি সকলো নষ্ট হই,
খ্রিষ্টত বাজে সন্তোস নাই ।

৩ অসিম সুখ মই জদি পাঁও
তেও মোৰ পাপৰ মোচন চাঁও;
তোমাৰ আস্রুইত মুক্তি পাম,
অন্য আস্রুয়ে নৰ্কি হম ।

৪ মই নৰাধম অধমি
তোমাৰ আগ্যা উলংঘি;
কিন্তু এই মোৰ দ্রিঢ গিয়ান
খ্রিষ্ট আস্রুয়ে নিচই ত্ৰান ।

৫ প্ৰভু দিওক পবিত্ৰ মন,
য়িচু এই মোৰ নিবেদন;
সকল লোক জেন ৰখ্যা পাই
খ্রিষ্টত বাজে উধাৰ নাই ।

জ. ম. ব°

## ৬৮

*Prayer for Christ's Assistance.*

Good Shepherd. 8, 7.

১ প্ৰভু য়িচু অন্তৰ্জামি
তুমি কেৱল ভগৱান;
মই পাপিএ তোমাক জানি
সদাই কৰোঁ স্তুতি গান।

২ এই সংসাৰৰ মায়াৰ জালত
পৰি আচোঁ নিৰুপাই;
তুমি প্ৰভু ক্ৰিপা কৰি
দিয়া মনক উদগাই।

৩ সক্তি দিয়া প্ৰভু য়িচু,
জিনিবলৈ চইতান ফান্দ;
তোমাৰ পথত চলাই নিয়া,
কাটি সকল পাপৰ বান্ধ।

৪ য়িচুত আস্ৰুই জি লোক কৰে
পাব মনৰ সান্তনা;
স্বৰ্গে নিব কুসল দিব
গুচাই সকল জাতনা। ব. প.

## ৬৯

*Prayer for Divine Favor.*

Suffolk. 8, 7.

১ ক্রিপা কৰি আমাক চোআ,
অন্তর্জামি হে প্রভু;
তোমাৰ কিঙ্কৰ আমাক লোআ,
উধাৰ কৰা, হে য়িচু;
আমাৰ সকল পাপ গুচুআ,
সুচি কৰা, হে প্রভু।

২ অনেক অপৰাধি কৰম
কৰি দুখত আচিলোঁ;
এতিয়া পৰম খ্রিষ্টৰ মৰম
জানি সান্তনা পালোঁ;
ধৰি কেৱল খ্রিষ্টৰ ধৰম
আন সকলো এৰিলোঁ।

৩ আকাস প্রিথিবি ঢুকালে
আমাৰ কৰোক মন নির্ভই;
প্রভু অহাৰ চিন ওলালে,
গুচোক নিৰসা সংসই;

ইহকালে পৰকালে
যিচু আমাৰ হওক আস্রুই। ন. ব.

## ৭০

*Prayer and Confession of Sin.*

Carmarthen. H. M.

১ জই কৰা, হে যিচু,
মই অধমক ৰাখা,
পাপত নেৰি কিচু
সুচি আত্মা বাকা;
তোমাক কৰি আচোঁ হেলা,
মুক্তি কৰা মৰন বেলা।

২ অতি পাপৰ মাজত
পৰি আচোঁ আমি,
ঠাই দি সন্তৰ সঙ্গত
ৰাখা সদাই স্বামি,
তোমাৰ নামে কৰিবা জই,
গুচিব আমাৰ সকল ভই।

৩ সুনা সুনা, হে ভাই,
চাপিল আমাৰ মৰন,

ব্ৰেথাতে আয়ুস জাই;
ধৰা প্ৰভুৰ চৰন,
প্ৰভুৰ আগ্যা সিৰে ধৰি
জাবা গৈ ঘোৰ সংসাৰ তৰি। ৰ. স.

## ৭১

*Prayer to Christ for Salvation.*

Wilmot. 8, 7.

১ ধন্য, ধন্য প্ৰভু তুমি,
অতি ধন্য তোমাৰ নাম,
সৰ্ব্ব কালে চৰনতে
পৰি তোমাৰ স্তুতি গাম।

২ আমাৰ পাপি মনক্ তুমি
কৰা প্ৰেম জৰিত বন্ধন,
সকল দুখত কৰি মুক্তি
সেসত কৰা পাপ খণ্ডন।

৩ তুমি প্ৰভু অতি দায়াল,
গুচাওক আমাৰ পাপৰ ভাৰ,
অন্ত কালে আপোন হাতে
কৰা মহা নদি পাৰ। জ. দ.

# ৭২

*Prayer for Divine Guidance.*

Greenville. 8, 7.

১ য়িচু আমাক দায়া কৰি
নেৰিবা সংসাৰত আৰ,
আপোন হাতে বঠা ধৰি
ভৱ নদি কৰা পাৰ;
প্ৰভু আমাক
কোথত ৰাখা আপোনাৰ।

২ তোমাত আসা সদাই আমাৰ,
নিতৌ ৰাখা মন ফিৰাই,
কৰিম স্তুতি ওৰেও তোমাৰ,
খেদা ভুতৰ মন সংসই;
প্ৰভু য়িচুৰ
আগ্যা পালি থাকিম গৈ।

৩ তুমি আমাৰ মৰম জানি
প্ৰিথিবিলৈ আহিলা,
উধাৰ সাঁকো দিলা আনি
তিন দিন মিত্যুত থাকিলা;

ইমান দায়া
প্ৰভু আহি কৰিলা। ব. দ.

## ৭৩

*"Guide me, O thou great Jehovah."*
Greenville. 8, 7.

১ মোক দেখুআ, হে য়িহোৱা,
সুপথ এই ঘোৰ অৰন্যত;
বলৱন্ত প্ৰভু তুমি
ৰখ্যা কৰা দুৰ্বলত;
স্বৰ্গৰ পৰা
নমা আহাৰ দিয়া মোক।

২ প্ৰভু মোলৈ খুলি দিয়া
জিৱন ৰূপ জলৰ ভুমুক;
স্তম্ভাকাৰে আপোন আত্মা
মোৰ আগে আগে চলোক;
বলৱন্ত
ত্ৰান কৰ্ত্তা হে ৰাখা মোক।

৩ জেতিয়া মই য়ৰ্দানৰ তিৰত
ওলাই এৰিম এই সংসাৰ,

তেতিয়া সকল ভই দুৰ কৰা,
থোআ প্ৰভু স্বৰ্গৰ পাৰ;
গিত প্ৰসংসা
কৰিম গান সদাই তোমাৰ। প. স.

## ৭৪

*Prayer to Christ for Salvation.*

Treasure. 8, 7.

১ প্ৰভুৰ নামত কৰোঁ স্তুতি,
নেৰিবা দুখৰ কালত,
সেসৰ দিনত কৰা মুক্তি,
নিবা প্ৰভু নিজ থানত;
সাধু সকলৰ লগত
ৰাখা তোমাৰ আনন্দত।

২ সংসাৰৰ মায়া গুচুআ,
দিয়া প্ৰভু সত্য গিয়ান;
পৰিত্ৰাৰ পৰা তৰোআ,
দিয়া পৰম আত্মা দান;
আমাৰ নিবেদন প্ৰভু
কান দি সুনা, হে য়িচু। ন. ল.

## ৭৫

*"Guide me, O thou great Jehovah."*

Greenville. 8, 7.

১ মই অৰন্যৰ মাজত জাত্রিক
নিবা ইস্বৰ, পথ দেখাই;
মই নির্বলি, তুমি বলি,
হাতে ধৰা মোক চলাই;
স্বর্গৰ পৰা নমা আহাৰ
দিয়া ত্রিপ্তি কৰি খুআই।

২ খোলা মোলৈ সিলৰ ভুমুক,
জিৱন দিঁওতা জল ওলাওক;
ৰাতিত অগ্নি দিনত মেঘে
স্তম্ভাকাৰে আগেই জাওক;
বলৱন্ত নিস্তাৰ কর্তা,
জাত্ৰাত মোৰ কুসল কৰাওক।

৩ জেতিয়া মই য়র্দানৰ তিৰে
ওলাম চাৰি ইহলোক,
মনৰ ভই সংসই দুৰ কৰি
কিনান পাৰে থবা মোক;

জয়ধনি, মহা প্রভু,
সদাই কৰিম পৰলোক ।
ন ব.

## ৭৬

*Prayer for preserving Grace.*

Peterborough. C. M.

১ জিমান দিন জগতৰ মাজত
ৰাখিবা আমাৰ প্রান,
স্বৰগৰ আহাৰ দি প্রভু,
ত্রিপ্ত কৰা আমাৰ মন ।

২ জি কালত মৰন আহিব,
পথত হবা আস্রই ;
দোর্ঘোৰ জাতনাৰ পৰা গৈ
গিত গাম আনন্দমই ।

৩ জি কালত আমি স্বৰগ সুখ
আনন্দেৰে ভুঞ্জিম,
তোমাৰ আনন্দত সকল দুখ
সেই বেলা পাহৰিম । ন. ল.

## ৭৭

*Prayer for preserving Grace.*

Gospel Call. 8, 7.

১ প্ৰভু আমাক দায়া কৰি,
ৰাখা তুমি মৰনত;
সৰ্ব্বকালে থাকিম পৰি
অভই তোমাৰ চৰনত।

২ আমাৰ আৰ্জিত পাপৰ পৰা
ৰাখা তুমি আত্মা ধুই;
তোমাৰ নামে উধাৰ কৰা,
গুচুক আমাৰ পাপৰ জুই।

৩ প্ৰভু, আমি তোমাৰ কুটম
পৰি কৰোঁ এই গোচৰ,
ক্রিপা কৰি দিয়া হুকুম,
পাপ নাহক আমাৰ ওচৰ।

৪ য়িচু আমাক নিবা তুলি,
পৰিখালৈ নেৰিবা,
ফান্দৰ পৰা দাস জেন বুলি
উধাৰ কৰি তুলিবা। ব. দ.

## ৭৮

*Prayer for the Conversion of Sinners.*

Suffolk. 8, 7.

১ হে প্ৰভু জগতৰ স্বামি,
কৰা ত্ৰান অধৰ্মি নৰ;
সকল প্ৰানি পাপৰ কাৰন
ভাগি হৈছে নৰকৰ;
ক্ৰিপা কৰি দয়াল প্ৰভু,
উপাই কৰা নিস্তাৰৰ ।

২ ভুতৰ অনেক পাপৰ জৰিত
বন্ধন হৈছে লোক সকল,
ভৱ সাগৰতে পৰি
দুৰ্ব্বল প্ৰানি ডুবি গল,
অনেক অনেক পাপৰ কৰম
কৰি দণ্ডৰ পাত্ৰ হল ।

৩ প্ৰভু তুমি মুক্তি দাতা,
কৰা মানুহৰ উধাৰ,
কানৰ পৰা খহাই দিয়া
সকলোৰে পাপৰ ভাৰ,

দেসে দেসে মেলি জৰি
কৰা ভুতৰ হাত নিস্তাৰ। ন. ল.

## ৭৯

*The Believer trusting in Christ.*

**Happiness. 6, 6, 7.**

১ হে য়িচু দায়ালু,
মুক্তি নাথ ক্রিপালু,
আপোনাত সর্বদাই কৰোঁ আস;
মেলি পাপৰ জৰি,
আত্মা সুচি কৰি,
আমাক দিয়া স্বৰগতে বাস।

২ পাপি লোকৰ হেতু
জগতৰে সেতু
হলা তুমিহে য়িচু খ্রিষ্ট;
প্রিথিবিলৈ আহি,
আপোন প্রান তিয়াগি,
তুমি ত্রান কর্তা পৰম ইষ্ট।

ব. দ.

## ৮০

*The Soul admonished.*

Lenox. H. M.

১ চেতন হোআ হে মন,
ধৰা য়িচুৰ চৰন,
তেঁওৰ দায়াৰ বাজে নাই
মুক্তিৰ একো উপাই;
তেঁওৰ চৰনত সকলো সাৰ,
আস্রুই লৈ হবা সংসাৰ পাৰ।

২ তেঁওত কৰি ভাৱনা
সকল পাপ এৰিবা;
কৰা ধৰ্ম্মত মতি
তেঁওত কৰি ভকতি;
তেঁওৰ চৰনত সকলো সাৰ,
আস্রুই লৈ হবা সংসাৰ পাৰ।

৩ নেৰিবা তেঁওৰ চৰন,
পাচত আচে মৰন,
তেঁওত কৰা দ্রিঢ বিশ্বাস,
দিব তেঁও মুক্তিৰ আস;

তেঁওৰ চৰনত সকলো সাৰ,
আস্রুই লৈ হৰা সংসাৰ পাৰ ।

৪ হে খ্রিষ্ট দায়ামই,
তোমাৰ প্রেম অতিসই,
খেমা কৰি মোৰ পাপ
গুচুআ সকল তাপ;
মই সেসৰ কালত মুক্তি পাই,
অনন্ত স্তুতি গাম সদাই । ন. ল.

## ৮১

*"Arise, my soul, arise."*

Lenox. H. M.

১ উঠা, হে মন, উঠা,
দুৰ কৰা দুষ্ট সংসই,
য়িচু বলি দেখা,
তেঁওৰ তেজ মোৰ কাৰন বই;
মোৰ লগা হৈ তেঁও স্বৰ্গে গল,
মোৰ নাম তেঁওৰ হাতত লিখা হল ।

২ তেঁৱেই পিত্রিৰ মৰম
বিনইকৈ মোক পোআই,

আপোন অসিমা প্রেম,
অমুল্য তেজ দেখাই;
সেই-তেজ অনংখ্যা পাপ মোচন,
চিটান করে করুনাসন।

৩ তেঁওর জি পাঁচোটা ঘা
পাইচিল গুল্‌গুল্‌তা থান,
নিবেদে প্রার্থনা
সেই সকল মোর নিদান,
বোলে সদাই, খেমোক, খেমোক,
এই পাপি লোকর নিস্তার হওক।

৪ পুত্রর সেই নিবেদন
তাত পিত্রি সন্তোস পাই,
ন করে নিবারন,
তেঁওর প্রিয় জনক চাই;
পো বুলি ইস্বর মোক হেন লই,
তেজ আরু আত্মাই সাখি হই।

৫ তেঁওর সুনোঁ ক্রিপার মাত,
মোর সহিত ইস্বর মিল,

মোক লৈচে তেঁও কোলাত,
সকলো ভই গুচিল;
সাহ পাই তেঁওত কৰি দ্রিঢ বিস্বাস,
হে আবা পিত্রি, বোলোঁ দাস । ন. ব.

## ৮২

*The Soul encouraged to trust in Christ.*

Harwich. 5, 11.

১ হেৰৈ আমাৰ মন,
য়িচু মহাজন,
কি দেখি কৰিচা নৰকে গমন?
সেই জে প্রভুৰ নাম
সকলতো কাম,
প্রভুৰ নাম লৈ সবে কৰিবা বিস্রাম ।

২ য়িচু আমাৰ ধন
পাপক কৰে চন,
খ্রিষ্টৰ নামে সকল পাপৰ মাৰে কন;
সত্য অৱতাৰ
নামত কৰা সাৰ,
য়িচু কৰিব সকল পাপৰ উধাৰ ।
ব. প.

# ৮৩

*The Believer encouraging his Soul.*

German Hymn. 7.

১ উঠা, উঠা, আমাৰ মন,
কিয় হৈচা অচেতন?
চকু মেলি পোআ সাৰ,
পৰ্ব্বত সমান পাপৰ ভাৰ।

২ উঠা, উঠা, আমাৰ মন,
পাচত আচে ঘোৰ মৰন;
সিঘ্রে কৰা খ্রিষ্টত আস,
তেঁও কৰিব পাপৰ নাস।

৩ উঠা, হে নিৰ্বুধি মন,
হেৰাই জাই অমুল্য ধন;
দেখা এতিয়া মুক্তিৰ দিন
হৈচে প্রভুৰ ক্রিপাৰ চিন।

৪ উঠা হে, উঠা হে মন,
প্রভু মাতে ঘনে ঘন,
বেগাই লোআ বিস্বাস ঢাল,
চাপি আহিল পৰকাল। অ. থ. ল.

## ৮৪

*"We'll try to be faithful."*

**Resolve. 6, 7.**

১ আমি কৰিম জতন,
আমি কৰিম জতন,
আমি কৰিম জতন ২ জতন,
নে পাঁও মানে প্রভুৰ থান ।

২ বিস্বাসি হৈ থাকিম,
বিস্বাসি হৈ থাকিম,
বিস্বাসি হৈ থাকিম ২ থাকিম,
নে পাঁও মানে প্রভুৰ থান ।

৩ তাতে ন হম পাপি,
তাতে ন হম পাপি,
তাতে ন হম পাপি ২ পাপি,
সেই ওপৰৰ পৰম থান ।

৪ তাত নাই আৰু ক্রন্দন,
তাত নাই আৰু ক্রন্দন,
তাত নাই আৰু ক্রন্দন ২ ক্রন্দন,
সেই ওপৰৰ পৰম থান ।

৫ তাত দৰ্শন পাম য়িচু,
তাত দৰ্শন পাম য়িচু,
তাত দৰ্শন পাম য়িচু ২ য়িচু,
সেই ওপৰৰ পৰম থান।

৬ তাত গাম প্ৰভুৰ স্তুতি,
তাত গাম প্ৰভুৰ স্তুতি,
তাত গাম প্ৰভুৰ স্তুতি ২ স্তুতি,
সেই ওপৰৰ পৰম থান।　ন. ব.

## ৮৫

*Exhortation to Steadfastness.*

Drooping Souls. 7, 5.

১ য়িচুৰ চৰন নেৰিবা,
　সদাই আমাৰ মন;
পাপৰ উধাৰ কৰোঁতা
　য়িচু আমাৰ ধন।

২ তেঁওৰ অসিমা প্ৰাচিত্ত
　পাপৰ খেমা পায়,
স্বৰুপ বিস্বাস কৰিলে
　প্ৰভুৰ ঠাইলৈ জায়।　ব. দ.

# ৮৬

*The spiritual War.*

Wallace. 7, 5.

১ চিওন পর্বতৰ ওপৰ
সেনাপতি নাথ অমৰ
মাতি আচে ৰনুআ নৰ,
জুধত জাৰ আসই;
বিগুল সুনা, সুন্দৰ স্বৰ,
নিচান দেখা, সৈন্য ইস্বৰ,
চাপি আহে লোক বিস্তৰ,
অস্ত্র সস্ত্র লৈ।

২ আঁহা, আঁহা, পাপৰ দাস,
কৰি মুক্তি হবৰ আস,
সত্রু সকল কৰা নাস,
প্রভু চলাই ৰন;
তেঁও মৈদামত কৰি বাস
মৰনৰ গুচালে ত্রাস,
সর্ব মহিমা হৈ প্রকাস
উঠিল সিংহাসন।

৩ মর্ত্য লোকৰ মুখ জি চাই,
প্রভুৰ নামত লাজ জি পাই,
ৰনৰ কালত জি লুকাই,
সি লগ নৈলে নাহোক;
এৰি পিত্রি ভাই ককাই
চোকা ৰন জি খেদি জাই,
মৰনলৈ জাৰ ভই নাই,
আমাৰ লগ সি লওক।

৪ বলা, সেনা, হব ত্রান,
হেলা কৰা ভুত চইতান,
হেলা কৰা অগ্নি বান,
হেলা কৰা দুখ;
জয়ৰ মুকুট কৰা মান,
পাবা তাক পবিত্র থান,
গাই অনন্ত স্তুতি গান,
ভাগি প্রভুৰ সুখ। ন. ব.

## ৮৭

*The Righteous and the Wicked.*

Peterborough. C. M.

১ জি জনৰ মন থাকে সঘন
খ্রিষ্টৰ চৰন ধৰি,
ভক্তিৰ আসই থাকে সদাই,
প্রভুৰ ওচৰ ফুৰি।

২ আসই সুধ হই, আসির্বাদ পাই,
গুচিব অন্তৰ ভই;
সি কৰে প্রেম তাৰ প্রভুৰ নাম,
তেঁওতে ভাৰসা লৈ।

৩ পাপ খণ্ডা জাই, জাতনা নাই,
পৰিত্রাত হব জই;
জেতিয়া মৰে, দুখ পাহৰে,
থাকি আনন্দমই।

৪ কিন্তু জেয়ে পাপ আচৰে,
প্রভু হই তাৰ বিৰোধ;
নৰ্কত পেলাই, সাস্তি ভুঞ্জাই,
সদা হব তেঁওৰ ক্রোধ। ন. ল.

৮৮

*"There is beyond the sky."*
Siloam, Melody. C. M.

১　আকাসৰ ওপৰত আচে
　　বৰ মৰমেৰে ঠাই;
ধৰমি মানুহ মৰিলে
　　সেই স্বৰগলৈ জাই।

২　ভয়েৰে আচে নৰকো,
　　তাৰ জুইত সাস্তি খাই;
তাত থকা ভুতৰ সঙ্গলৈ
　　অধৰ্ম্মি মানুহ জাই।

৩　মই পাপি লোকৰ বাটে গৈ
　　কি ৰুপে নিস্তাৰ পাম?
হে ইশ্বৰ, বুধি দিয়া মোক,
　　সজ পথে তেহে জাম।

৪　ইশ্বৰে দায়া কৰিলে
　　আনন্দ গতি পাম,
এই জনম গলে মুক্তি হৈ
　　অনন্ত স্তুতি গাম।　　ন. ব.

# ৮৯

*The broad and narrow Way.*

Greenville. 8, 7.

১ জি দুআৰে জি বাটে দি
সৰ্ব্বনাসলৈ পোনাই,
সেই বাট সুন্দৰ বহল চিকন,
ভালেমান সেই পোনে জাই;
মৰি জাব সকল পাপি,
থাকিব নৰ্কত সোমাই ।

২ কিন্তু জি দুআৰ জি বাটে
অমৰ হবলৈকে জাই,
দুৰ্গম দুআৰ, বাটো বৰ চেপ,
তালৈ জোআ তাকৰ পাই;
কিন্তু পাচে মৰি গলে
পাব স্বৰ্গত সুখৰ ঠাই ।

৩ স্রিষ্টিৰ পুৰ্ব্বে স্রজন কৰ্ত্তাই
কৰি নিয়ম দায়ামই,
পাপে নৰক, পুন্যে স্বৰগ,
সেই ৰুপ মৰি গতি হই;

সেসত ইস্বৰ তনইক পঠাই
  কৰি মহা পাপৰ থই।

৪ এই নিমিত্তে আস্রুই কৰা
  মহা প্রাচিত বলি দান;
আঁহা চাপি, দিচে জাচি,
  লোআ কৰি প্রভুক মান;
দায়া কৰি খ্রিষ্টে নিব,
  দিব স্বৰ্গত সুখৰ থান। ব. দ.

## ৯০

*The two Ways and two Ends.*

Forest. L. M.

১ নৰকৰ বাট অতি বহল,
সেই পোনে জাই পাপি সকল;
দুষ্ট নৰে নি বিচাৰে,
সদাই সেই নৰকে পৰে।

২ জি অতি সুন্দৰ নির্মল থান,
তাক পাপি বিচাৰ কৰা টান;
তালৈ জোআ বাট ঠেক অতি,
জি লোক জাই তাৰ উতম গতি।

৩ তাত নে লাগে একো সোন ধন,
নিচই থাকিব আনন্দ মন;
সদাই তাত সাধুৰ সঙ্গ পাব,
ইস্বৰলৈ স্তুতি গাব । ব. দ.

## ৯১

*"Broad is the road that leads to death."*

**Forest, Wells. L. M.**

১ বিনাসৰ বাট বহল সুন্দৰ,
তাত লাখ লাখ জাই অধৰ্মি নৰ,
অলপ দিন সুখ পাই কৰি পাপ,
তাৰ পাচে নৰ্কে ভুঞ্জে তাপ ।

২ জত কাম ক্রোধ মোহ লোভ আদি নাই,
সেই পৰম থান জি বাটে জাই,
সি অতি ঠেক, দুআৰ দুৰ্গম,
সোমাই তাকৰ, কৰিহে স্রম ।

৩ হে প্রিয় লোক, কৰা জতন,
পলম ন কৰি দিয়া মন;
ঠেক বাট বিচাৰি পাবা সুখ,
আন বাটে গৈ অসিমা দুখ । ন. ব.

# ৯২

*"What poor despised company."*

Zion's Travelers. C. M.

১ কি গৰিপ জাত্ৰি লোক সমুহ
সেই কঠিন বাটে জাই?
কাঁইটনিৰ মাজে চলি গৈ
সকলৰ নিন্দা পাই।

২ সেই লোক কোঁঅৰ কুঁঅৰি হই,
ৰাজ বংসি প্ৰতি জন,
অনন্ত ঐস্বৰ্জৰ ভাগি হৈ
গিত গাই আনন্দিত মন।

৩ তেন্তে কি কাৰন দৰিদ্ৰ
গৰিপ জেন দেখা জাই?
অমুল্য বস্ত্ৰ অলঙ্কাৰ
আচে, দৰ্সন নে পাই।

৪ চলে কিয় বাট এইমান ঠেক,
কাঁইটনিৰ মাজ পোনাই?
সিইঁতৰ ৰজা তাতে গল,
তেঁওৰ পথ নেৰে সদাই।

৫ সংসাৰিক লোকৰ সুন্দৰ পথ,
তাক এৰে কি কাৰন?
পোনাইচে সেইটো বাট নৰক,
তাৰ সেসত বৰ ক্রন্দন ।

৬ তেন্তে বাট নাই নে কতো আন
কিনানৰ পৰম ঠাই?
খ্রিষ্টৰ জি বাট দুর্গমো ঠেক,
তাত বাজে কতো নাই । ন. ব.

## ৯৩

*"Children of the heavenly King."*
Warren. 7.

১ স্বর্গিয় ৰজাৰ হে সন্তান,
জাত্রাত গোআ মধুৰ গান;
প্রভু ত্রান কর্তা তোমাৰ,
স্তুতি কৰা জোগ্য সাৰ ।

২ আমি জাত্রিক ইস্বৰ ঘৰ
খোজত সাধু সকলৰ;
সি সব এতিয়া আনন্দমই
আমিও ভাগি তাৰ হমগৈ ।

৩ সৰু জাক জই কৰা, পাম
খ্রিষ্টৰ ওচৰত বিস্রাম;
তাতে ৰাজ্যো প্রতিফল,
তাত জুগুত আসন নির্মল।

৪ খোজ দি থিৰ হৈ থাকা ভাই,
আপোন সিমাৰ সুখৰ ঠাই;
য়িচু পিত্রিৰ পুত্র হই,
জাত্রা কৰা নিসংসই।

৫ জেতিয়া হবা য়ৰ্দান পাৰ
দেখি কিনান চমত্কাৰ;
পাবা খ্রিষ্টক তাত দর্সন,
জি জন কৰে পাপ মর্সন।

৬ তেতিয়া সকল দুখৰ অন্ত
কৰি প্রভু সক্তিমন্ত,
ৰাখিব পৰম কিনান
জত ভুঞ্জিবা অম্রিত পান।

ন. ল.

# ৯৪

### *The Joys of Religion.*

Warren. 7.

১ অতি দুখি সাধু লোক
দুখৰ মাজত কৰে গান,
য়িচু প্রভু খণ্ডাই সোক,
সুনি জাস্না, পাতি কান ।

২ আমি জদি ভোগোঁ দুখ,
হব মহা পৰম লাভ;
প্রভুৰ ক্রিপাই হব সুখ,
আমাৰ এই আনন্দ ভাব ।

৩ ম্রিত্যু জেতিয়া আহিব,
একো আমাৰ ন হই ভই;
সেই কালত ভই গুচিব,
প্রভুএ কৰিব জই ।

৪ প্রভু য়িচু আমাৰ সেস
জেতিয়া হব ৰাখো প্রান;
সাৰি সকল পাপৰ ক্লেস
কৰিম স্তুতি পৰম গান । ন. ল.

## ৯৫

*Importance of Charity.*

Dissmission. 8, 7.

১ স্বৰ্গিয় দুত বা মৰ্ত্য লোকৰ
জদি জানোঁ ভাসা ভাল,
তেও মনত প্ৰিতি ন হলে,
কেৱল হৈচোঁ বজোআ তাল।

২ সকল ভবিস্যত কথাকো
জদি কব পাৰোঁ মই,
তেও মোৰ মনত প্ৰেম ন হলে
সকল কৰম বিফল হই।

৩ পৰ্বত আঁতৰাব পৰা
জদি এনে বিস্বাস হই;
জদি মোৰ সকলো বস্তু
দৰিদ্ৰুলৈ দিঁও বিলাই;

৪ জদি আপোন সৰিলকো
উচৰ্গিচোঁ বলি ৰূপ,
তেও ৰিদয়ত প্ৰেম ন হলে
কেৱল ভুঞ্জোঁ ইস্বৰ কোপ।

৫ পৰিত্ৰানৰ এই ঘাই কৰম
প্ৰেম প্ৰিতি সকলো সাৰ,
হব বিফল জি জি আসা
প্ৰিতি চেঁচা মনত জাৰ।

৬ নানা ভাসা সকল গুচে,
গিয়ান হলেও লোপ হৈ জাই,
মান মৰ্জতা উৰি জাব,
তেও প্ৰেম কেতিয়াও নু ঢুকাই।
ন. ল.

## ৯৬

*The Sinner converted.*

Sincerity. 7.

১ দিনে ৰাতি সৰ্বদাই
খতিখন এফেৰি নাই,
কৰিচিলোঁ নানা পাপ,
তাতে হল মোৰ মহা সাপ।

২ জনম ধৰি সংসাৰত
ডুবিলোঁ পাপ সাগৰত,
কেনে ৰুপে পাম নিস্তাৰ?
কতো নে দেখিলোঁ সাৰ।

৩ জাকে বোলোঁ মোৰ ইষ্ট,
সদাই সেয়ে হই তুষ্ট;
এনে ৰূপে পাপৰ জাল
আচিলে মোৰ অনেক কাল।

৪ কিন্তু পাচে ক্রিপাময়
দেখিলোঁ মই অতিসই;
ওলাই আহি কলে মোক,
ন কৰিবা একো সোক।

৫ তেঁৰে প্রেমৰ চুমা দি,
কলে মোক এই কথাটি;
হেৰা দুখি তোমাৰ পাপ
খণ্ডাই মই গুচালোঁ সাপ।

৬ এনে বচন সুনি মই
চেতন পালোঁ অতিসই;
চাই দেখোঁ প্রভু খ্রিষ্ট,
জি জন মোৰ পৰম ইষ্ট। ন. ল.

# ৯৭

*"Mercy, O thou Son of David."*

Bartimeus. 8, 7.

১ ক্রিপা, হে দারিদৰ সন্তান,
যিচু ক্রিপা কৰা মোক,
ইয়াক প্রভুত ৰিঙ্গিয়াই কলে
বার্তিমই এক কনা লোক।

২ তাক অনেকে ডাবি দিলেও
এটাহ্ পাৰি থাকিলে;
পাচে যিচু মাতি আনি,
তাৰ কি ইচা সুধিলে।

৩ মাগি খাই প্রবর্তি আচিল,
তেও নে লাগে এতিয়া ধন;
ক্রিপা কৰি চকু দিয়া,
প্রভু, এই মোৰ নিবেদন।

৪ যিচুৰ মৰম লাগি কলে,
জি খুজিচা পোআ হল;
সি তাক সুনি দর্সন পালে,
যিচুৰ পাচত বাটে গল।

৫ সুনা সুনা, কনা সকল,
জাৰ মন থাকে পাপ এন্ধাৰ,
তেঁওলৈ আঁহা, চকু দিব,
পথ দেখাব দি নিস্তাৰ। ন. ব.

৯৮

*The Leper cleansed.*

Bartimeus. 8, 7.

১ গোটেই সৰিল কুষ্ঠ ৰোগে
পিৰিত এনে লোক এজন,
য়িচুৰ ওচৰলৈ আহি,
কৰিলে এই নিবেদন।

২ প্রভু জদি তোমাৰ ইচা
সুধ কৰিব পাৰে মোক;
তাতে য়িচু হাত দি কলে,
মোৰ হই ইচা, সুচি হওক।

৩ তেতিখনে কুঠ ৰোগ গুচি
অতি সুন্দৰ হল সৰিল,
তাত বাহিৰেও পাপৰ ৰোগত
প্রভুৰ দায়াত সি তৰিল।

৪ সেই ৰূপ জগতৰ ভিতৰত
জতে জিমান আচে লোক,
তেনে ৰূপে সকল প্ৰানিৰ
পাপৰ ৰোগত হৈচে সোক।

৫ সুনা সুনা, পাপি বন্ধু,
তেনে ৰোগৰ আচে বেজ,
খ্ৰিষ্টে দিলে দায়া কৰি
পাপৰ ঔসধ আপোন তেজ।

৬ আঁহা কেৱল জাস্না কৰা,
মগনিয়াৰ নিচিনা,
তাতে প্ৰভু পাপ ৰোগ গুচাই
দিব মনৰ সান্তনা। ন. ল.

## ৯৯

*Conversion of the dying Thief.*

Sovereign Grace, Warren. 7.

১ জেতিয়া য়িচু আমাৰ নাথ
বান্ধি আচিল পেৰেঙ্গ কাঠ,
দুজন পাপি লোক তেঁওৰ কোস
ভুঞ্জিলে আপোনাৰ দোস।

২ এজন পাপি সাহ দেখাই,
মৰন কালেও খেদ নে পাই,
মেলি আপোন দুর্জন মুখ
নিন্দা কৰে য়িচুৰ দুখ।

৩ সিটৰ মনে অসন্তোস
কৰে, দেখি আপোন দোস,
ইস্বৰৰ অনুগ্ৰহ পাই
বিস্বাস কৰি য়িচুক চাই।

৪ বোলে, প্ৰভু, আপোন ৰাজ্য
ললে মোকো কৰা গ্ৰাজ্য;
মোৰে সৈতে, প্ৰভু কই,
আজি পাবা সুখ আলই।

৫ কেনে হল প্ৰভু দায়াল,
মানুহৰ নিৰুপাই কাল;
এতিয়াও সৰন জি জি লই
প্ৰভু তেনে দায়ামই।    ন. ব.

## ১০০

*Depravity of the Heart.*

Windham L. M.

১ ভুমি কম্পে, পর্বত লৰে,
আৰু গর্জে মহা সাগৰ,
কিন্তু কঠিন অনুচিত মন
কৰি পাপ নে লাগে ভাগৰ।

২ এনে প্রভু পৰম ইস্বৰ
মৰম কৰি প্রানি লোকক
অতি দুখত মৰিবলৈ
পঠাই দিলে আপোন পুত্রক।

৩ তেনে প্রভু য়িচু খ্রিষ্টত
মনে ন কৰিলে বিস্বাস;
কিন্তু দুষ্ট কৰমতে
আচে ৰাখি অনুচিত আস।

৪ হে প্রভু, দায়ালু য়িচু,
আত্মাই ন ৰলালে তোমাৰ,
কোনেও দুষ্ট কঠিন মনক
ভাঙ্গিব নোআৰে আমাৰ। ন. ল.

# ১০১

*Destruction of Sinners by the **Flood**.*

Bunker Hill. 10.

১ সুনা প্ৰিথিবিৰ সকল পাপি নৰ,
নিৰাকাৰ কিন্তু সক্তি ভয়ঙ্কৰ,
জি কালত পাপে কৰিলে প্ৰবেস,
ধৰমি নোহাক তেঁও দিলে আদেস।

২ ক্ৰিপা কৰি প্ৰভু দিলে উপাই,
সাজি জাহাজ তাতে থাকা লুকাই,
প্ৰিথিবি আৰু পহু পখি নৰ
ইস্বৰৰ ইচা হল চন কৰিবৰ।

৩ সেই কালত ইস্বৰে ক্ৰোধেৰে চাই,
দু কুৰি দিনলৈ ব্ৰিষ্টি অনাই,
প্ৰিথিবি পৰ্ব্বত সকলো তল গল,
কেৱল আঠ প্ৰানি জাহাজতে ৰল।

৪ জি কালত পানিৰে হল জলাকাৰ,
সকল প্ৰিথিবিত লাগিল হাহাকাৰ,
নৰ পহু পখি কাকো নেৰিলে,
এই ৰুপে সকল সংহাৰ কৰিলে।

৫ সুনা সুনা, প্রভুৰ মহিমা সুধ,
পাপি লোকৰ ওপৰ তেঁওৰ মহা ক্রোধ;
জিয়াই থাকোঁতে জিটো নেৰে পাপ,
পাব অনন্ত কাল ইস্বৰৰ সাপ ।

৬ কোনো প্রাচিতেৰে নে পাই উধাৰ,
কেৱল খ্রিষ্টেহে পাপিৰ জামিন্‌দাৰ,
তেঁওত আসুই ললে তৰি মহা দুখ,
স্বৰগত থাকি পাব পৰম সুখ । ব. দ.

## ১০২

*Christ's invitation to Sinners.*

Bartimeus. 8, 7.

১ চাগ আদি নো খোজোঁ বলি,
নো খোজোঁ একো সোন ধন,
কেৱল পাপৰ খেদ চিতেৰে
খুজিচোঁ মানুহৰ মন ।

২ তোমাৰ বলি হোম আদিতকৈ
হৈচে উতম প্রাচিত মোৰ,
মোক চাই পাপি নিস্তাৰ পোআ,
কিয় পৰা নৰক ঘোৰ?

৩ দিয়া দিয়া, পাপি সকল,
তোমাৰ অতি সুধ আসই,
তেহে সাৰিবা ইস্বৰৰ
মহা ক্রোধৰ নৰক ভই।

৪ এই ৰূপ বিনই কৰি প্রভু
মাতি আচে সর্ব্ব নৰ;
আঁহা প্রভুৰ চৰনলৈ
অতি সিঘ্রে নিৰন্তৰ।

৫ তথাপিও দুষ্ট নৰে
নে জাই প্রভুৰ চৰনত,
পাচে ম্রিত্যুৰ কাল চাপিলে
পৰিব ঘোৰ নৰকত।

৬ তাতে পৰি পাপি লোকে
নকৰ ভুঞ্জিব কেলেস,
কোটি কোটি কল্প গলেও
তাত ন হব দুখৰ সেস। ন. ল.

# ১০৩

*Sinners invited to Christ.*

Warren. 7.

১ সুনা সকল জগত নৰ,
বাত্রা মহা আনন্দৰ;
প্রভু য়িচুৰ আপোন প্রান
দি কৰিচে পাপিক ত্রান ।

২ স্বর্গৰ অতি সুখৰ ঠাই
এৰি ললে মানুহ কাই;
নানা দুখে প্রিথিবিত
চিন্তিচিলে পাপিৰ হিত ।

৩ পাচে প্রভু প্রেম আধাৰ
ললে আমাৰ পাপৰ ভাৰ,
সেসে ভুঞ্জি অপমান,
চাৰি পেৰেঙ্গ কাঠত প্রান ।

৪ আঁহা সবে ধৰোঁ গান,
তেঁওতহে আমাৰ পৰিত্রান;
একে মনে একে স্বৰ,
স্তুতি কৰোঁ নিৰন্তৰ । ন. ল.

## ১০৪

*Sinners invited to Christ.*

Visitation. 8, 7.

১ সুনা, সকল বন্ধু, সুনা,
 সুনা অতি আচৰিত
খ্রিষ্ট প্রভুৰ দুখৰ জুনা,
 জি কৰিলে প্রিথিবিত;
 পাপিৰ কাৰন
 কৰি আপোন প্রান অর্পিত।

২ এই নিমিতে হল অৱতাৰ
 এৰি স্বর্গৰ মহা সুখ,
তেঁওৰ দোআৰাই পাপ মহা ভাৰ
 আৰু সকল নানা দুখ
 তৰি পাব
 স্বর্গধামত মহা সুখ।

৩ খ্রিষ্ট বিনে, খ্রিষ্ট বিনে
 কতো নে পাব উপাই,
উটি মহা বিচাৰ দিনে
 জাব প্রভুৰ সোধৰ ঠাই;

পাপি লোকে
করিব ক্রন্দন, হাই হাই!

৪ জিয়াই থাকি ধৰা চাপি,
নেৰিবা প্রভুৰ চৰন,
ধৰম সাস্ত্রে সকল সাখি,
আস্রুই ললে নাই মৰন;
কোনো কালে
দুখ নাই, পাই অনন্ত জিৱন।
ব. দ.

# ১০৫

*Exhortation to Sinners.*

Melody. C. M.

১ হে পাপি লোক, মৰন ওচৰ,
পলাবা নর্কৰ ভই;
ত্রান কর্তাৰ নামত ৰখ্যা পাই,
তেঁওত কৰিলে আস্রুই।

২ হে পাপি লোক, সেই প্রভুতে
আমাৰ হই লাভৰ ঠাই,
অতি নিদানতো ৰাখে,
তেঁওত কৰিলে আস্রুই। ব. দ.

# ১০৬

*Sinners invited.*

Bartimeus. 8, 7.

১　সুনা, বন্ধু লোক, জি প্রাচিত
　　প্রভু খ্রিষ্টে কৰিলে,
অতি দুখ পাই আমাৰ পাপত
　　আপোন প্রানক এৰিলে ।

২　সকল পাপৰ কৰম এৰি
　　লোআ চৰনত আস্রুই,
প্রভু য়িচুত বিশ্বাস কৰি
　　থাকিবা আনন্দমই ।

৩　মগ্ন কৰা মন তেঁওৰ প্রেমত
　　খ্রিষ্টৰ চৰন নেৰিবা ;
পাপি মন তেঁওৰ প্রেমৰ জৰিত
　　বন্ধন কৰি ৰাখিবা ।

৪　প্রেমৰ সাগৰ প্রভু তুমি,
　　তোমাৰ দায়া অতিসই,
এই নিমিত্তে নেৰোঁ আমি
　　তোমাত সর্বকাল আস্রুই । ন. ল.

# ১০৭

*Exhortation to shun worldly Snares.*

Gospel Call. 8, 7.

১ এই সংসাৰত কাম ক্ৰোধ লোভ মোহ
হিংসা বঞ্চিত অতিসই,
আমাৰ এই সকলো সত্ৰু
থাকে সৰিলত সদাই ।

২ অতি দুষ্ট চইতান পাপি
মায়া ৰুপে আহি কই,
সকল কৰম কৰা তুমি,
তাত ন কৰি কিচু ভই ।

৩ সেই জে ভুতৰ বুধিত অতি
কৰি থাকে পাপ সদাই,
একো আস্রুই নে পাই সেসত
পৰে ঘোৰ নৰকে জাই

৪ কিন্তু সৰ্বসক্তি ইস্বৰ
তেঁওৰ বাহিৰে কোনো নাই,
তেঁওতে জদি আস্রুই কৰা,
তৰিবা ঘোৰ পাপ নিচই ।

হেঁরে থৈচে দুআৰ মেলি,
মাতি আচে সর্বদাই,
আনন্দেৰে জি লোক জাবা
পাবা অতি সুখৰ ঠাই। ব. দ.

## ১০৮

*Sinners exhorted to repent.*

Warning Voice 8, 5.

১ পাপি সকল, মন পালটা,
কৰা য়িচুত আস;
অন্তৰ কালত তেঁও গুচাব
আমাৰ পাপৰ ত্রাস।

২ য়িচুৰ নামে পাপক খেদা,
হেৰৈ আমাৰ মন;
সাৱধানে পাপে সৈতে
সদাই কৰা ৰন।

৩ আজি কালি মিত্যুৰ ওচৰ
চাপিচে আমাৰ;
য়িচুৰ চৰন কৰা ধাৰন,
সুখে হবা পাৰ। ব. দ.

# ১০৯

*The heavy laden invited to Christ.*

Middleton. 8, 7.

১ পাপৰ ভাৰত দুখ পোআ লোক,
প্রভু য়িচুলৈ আঁহা,
সকলোৱে সক্তি খ্রিষ্টৰ
নামত কৰা ভাৰসা;
আমাৰ প্রভু য়িচু খ্রিষ্ট
তেঁওৰ বাহিৰে উধাৰ নাই।

২ প্রান আপুনি য়িচু দিলে,
ললে আমাৰ পাপৰ ভাৰ,
প্রাচিত কৰি কাঠত মৰিল,
তাতে মানুহ পাই নিস্তাৰ;
আমাৰ প্রভু য়িচু খ্রিষ্ট
তেঁওৰ বাহিৰে উধাৰ নাই।

৩ তেঁওৰ মৰমৰ সম্বাদ সুনা,
লোআ কেৱল তেঁওত আস্রৈই,
নৰকৰ পৰা পলোআ,
য়িচু খ্রিষ্টত ৰখ্যা হই;

আমাৰ প্ৰভু য়িচু খ্ৰিষ্ট
তেঁওৰ বাহিৰে উধাৰ নাই।
ন. ব.

১১০

*Burdened Souls invited.*

Middleton. 8, 7.

১ আঁহা, আঁহা, সকল পাপি,
য়িচু খ্ৰিষ্টত কৰা সাৰ,
তেঁও মাতিচে, হেবৈ তাপি,
আঁহা, পাবা মোত নিস্তাৰ;
য়িচু বিনে
পাপি লোকৰ নাই উধাৰ।

২ য়িচু তেজ আপোনাৰ দিলে,
পালে কেনে অতি দুখ;
তাতে মানুহ আস্ৰুই ললে
মুক্তি পাই অনন্ত সুখ;
কেৱল য়িচু
উধাৰ কৰে পাপি লোক।
উ. ক. ব৹

## ১১১

*The impenitent warned.*

Gospel Call. 8, 7.

১ কি নো পাপি মন্দ মতি
প্রভু য়িচুত ন হই আস,
একো কালে নাহি গতি
পাপত জাব সর্বনাস।

২ কি দেখি ভুলিচা পাপি,
পাচতে তোমাৰ মৰন;
প্রভুৰ নামত ওচৰ চাপি
সদাই চিন্তা তেঁওৰ চৰন।

৩ জিয়াই থাকি কি দেখিচা,
পাপক কৰা অতি ঘিন,
আনন্দেৰে কৰা ইচা
প্রভু য়িচুৰ বিস্রাম দিন।

৪ প্রভু দায়া কৰি দিব,
লোআ য়িচুৰ নাম মুখত,
পাপৰ উধাৰ কৰি নিব,
থাকিবা পৰম সুখত। ব. দ.

# ১১২

*The careless Sinner exhorted.*

Rosefield. 7.

১ নিদ্রাত পৰি সৰ্বদাই
অচেতনে আচা ভাই;
চকু মেলি পোআ সাৰ,
উপাই কৰা তৰিবৰ।

২ পাপে জুৰি আচে দেহ,
সৰ্ব সৰিল মুৰৰ কেস;
মৰি নৰকলৈ জাই,
কি গতি হব, হাই হাই!

৩ এৰা সকল দেও পুজা,
য়িচুতহে মুক্তি খোজা;
খ্রিষ্ট বিনে নাহি আন,
তেঁৱে দিব পৰিত্ৰান।

৪ সুনি নে থাকিবা ৰৈ,
আয়ুস ঢকাই নিতৌ গৈ;
সিঘ্রে প্রভুত কৰা সাৰ,
তেঁও গুচাব মহা ভাৰ। ব. দ.

# ১১৩

*Danger of continuing in Sin.*

German Hymn. 7.

১ দিনে দিনে বাৰ্হে পাপ,
দেখাহে সংসাৰিক তাপ,
তাক নু বুজি ভুতৰ পাস
পাপি গৈচে সৰ্বনাস।

২ অতি অচেতনে ভাই,
হেলাতে দিন গৈ ঢুকাই;
এদিন পৰি মিতু্যুৰ বান,
কালে ধৰি নিব প্ৰান।

৩ তিলেকে সংসাৰিক সুখ
গুচি পাব মহা দুখ,
ভুতৰ সঙ্গে সদা ৰৈ,
নানা সাস্তি পাব গৈ।

৪ দোৰ্ঘোৰ অন্ধকাৰে জাক,
নৰ্কে বেৰি আচে তাক,
অতি প্ৰতাপ অগ্নিৰ জাল,
পাপি থাকে সৰ্বকাল। ব. দ.

# ১১৪

*Sinners exposed to Hell.*

Cambridge. C. M.

১ হাই পাপি, নৰক কেনে ঠাই,
সকলো মন দি সুন;
অনেক সাস্তি, অনন্ত জুই,
নৰকৰ ইমান গুন।

২ অনেক পাপত হই ভুতৰ বল,
সুনাহে পাপি জন;
য়িচুত আস্ৰুই কৰা আহি,
নি দিবা পাপত মন।

৩ অতি দোৰ্ঘোৰ নৰকলৈ
ন কৰা জাবৰ মন;
অনন্ত সুখ দিঁওতা প্ৰভু
য়িচুহে আমাৰ ধন।

৪ সেই জনক কৰি ভাৰসা
বিস্বাস তেঁওত কৰা সাৰ;
তেঁওৰ নামে পাবা পৰিত্ৰান,
পাৰ কৰিব সংসাৰ। ব. দ.

## ১১৫

*The barren Fig-tree.*

Rosefield. 7.

১ জি লোক থাকে জগত খন,
সুনা প্ৰভুৰ এই বচন;
সুন্দৰ ঠাইত ডিমৰু ফল
গচ এজোপা ৰোআ হল;
বাহিঁ আচিল ফুলো পাত,
কিন্তু গোট নে লাগিল তাত।

২ তিনি বচৰ অধিকাৰ
আহিল কৰি ফল বিচাৰ;
তাক নে পাই খঙ্গ উঠিল সেস,
দিলে বাৰিচোআক আদেস,
এই গচ কাটা, লৈ কুঠাৰ,
ভুমিক কিয় দিএ ভাৰ?

৩ ৰখিয়াই কৰে প্ৰাৰ্থনা,
এই বচৰো সহিবা;
সাৰ দিম খানি চাৰিও ফাল,
তাতে গুটি হলেই ভাল;

তেতিয়াও জদি নিস্ফল হই,
কাটি পেলোআ হওক নিচই।

৪ হে প্রভু, দেখিচোঁ মই,
গচৰ দসাই মোৰো হই;
ক্রিপাৰ্ কাল মোৰ অনেক গল,
দণ্ডৰ কুঠাৰ দঙ্গা হল;
আৰু বাৰ সহন কৰোক,
কৰজোৰ কৰোঁ, খেমা মোক। ন. ব.

## ১১৬

*The covetous Rich Man.*

Lena. 8, 8, 7.

১ কোনো বৰ লোক অগিয়ানি,
সৰহ সহ ভঁৰালে আনি,
সক্ল দেখি ভাবে মন,
এতেক দ্রব্য কত সামৰিম?
মই নিৰুপাই, কি নো কৰিম?
এনে হৈচিল বৰ চিন্তন।

২ সেসত বোলে, মন ঠাৰৰি,
ভঁৰাল ভাঙ্গি নতুন কৰি,

বহু কালৰ বস্তু থম;
পাচে হে মন, হৰ্সিত হোআ,
খাই বৈ থাকি বিস্রাম পোআ,
এনে কথা মনত কম ।

৩ তেতিয়া হলহি স্বৰ্গবানি,
হেবৈ মহা অগিয়ানি,
মৰন পালেহি তোমাৰ,
আজি ৰাতি প্রানেই জাব,
পৰলোকে তোমাক পাব,
বস্তু সকল হব কাৰ?

৪ ধনৰ লোভত জাৰ হই মতি,
এনে হব মন্দ গতি;
সুনা প্রভুৰ এই বচন,
জতে আয়ুস ওৰ ন পৰে,
চোৰ পোক আদি খই ন কৰে,
ততে সাঁচি থবা ধন । ন. ব.

# ১১৭

*The Rich Man and Lazarus.*

Prague. 8, 8, 7.

১ এজন ধনৱন্ত আছিলে,
সুন্দৰ কাপৰ ভাল পিন্ধিলে,
সুখে কৰি ভোজন পান;
তাৰ দুআৰত এক কঙ্গালে
সৰা পোচা মাগি খালে,
থাকিল এনে অপমান ।

২ গোটেই নৰিল ঘাই জুৰিলে,
কুকুৰ আহি চেলেকিলে,
অনেক দিন নে পাই আৰাম;
পাচে প্রানক চাৰি দিলে,
স্বৰ্গৰ দুতে তুলি নিলে,
কোলাত ললে আব্রাহাম ।

৩ ক্রমে ধনৱন্তো মৰি,
জলি থকা অগ্নিত পৰি,
চকু মেলি ওপৰ চাই,
দেখি কঙ্গাল সুখে গতি,

আব্রাহামক এই মিনতি
করে, আপোন দুখ জনাই।

৪ হে পিত্রি, মোক ক্রিপা কৰা,
তোমাৰ সুখৰ থানৰ পৰা
লাজাৰ ভাই এখেত আহোক;
আঙ্গুল মাথোন তিয়াই পানি
সি এক টোপা মোলৈ আনি,
জিবাত দি চেঁচা কৰোক।

৫ আয়ুস থকাত তুমি সুখি,
লাজাৰ আছিল অতি দুখি,
আব্রাহামৰ এই উত্তৰ;
আমাৰ মাজে গাঁতো থাকে,
কেৱে পাৰ ন কৰে তাকে,
প্রিথক কৰিলে ইস্বৰ।

৬ তেন্তে জাওক সি আমাৰ ঘৰে,
ভাইইঁত জেন ইয়াত ন পৰে,
সিও প্রার্থনা বিফল;
জি লোক ভোগে নৰ্কৰ বন্ধন,
সাস্তি হওক বা করে ক্রন্দন,
দণ্ডৰ নিৰুপাই সকল। ন. ব.

# ১১৮

*Brevity of Life.*

Visitation. 8, 7.

১ নদি আদি জি ৰুপ পানি
  গৈচে বৈ সমুদ্ৰু খাল,
সেই ৰুপ আমি সকল প্ৰানি
  চাপি আচোঁ পৰকাল।

২ মানুহ মৰে, ব্ৰিথ্য পৰে,
  জতে পৰে ততে ৰই;
গচ ঢুকাব, নৰ ওলাব,
  সোধৰ দিনত, মহা ভই।

৩ বিয়াধে ফুৰে, আয়ুস উৰে,
  জতে পৰে ম্ৰিত্যুৰ বান;
কাঁৰ জাই জেনে, আয়ুস তেনে,
  অতি বেগে হৰে প্ৰান।

৪ দিনৰ পাচে ৰাতি আচে,
  কৰিবা কি কাম এন্ধাৰ?
পলম কৰি পাপত মৰি
  নৰ্কি হবা, নাই নিস্তাৰ। ন. ব.

# ১১৯

*Shortness of Life.*

Latrobe, Norwich. 7.

১ দেখা, কি নো মানুহ কাই,
বায়ু বেগে ঢুকাই জাই,
দেখে জেনে সুন্দৰ ফুল,
থাকে মানে জিৱৰ মুল।

২ পাচে ৰদত পৰি জঁই
ফুলৰ পাতো সুকাই ৰই;
তেনে ৰুপে ম্রিত্যু বান
আহে, নিবৰ হেতু প্রান।

৩ হাই বিনাসি মাটিৰ বাস,
তোমাত কিচু নাহি আস;
খেনেক পেলাই ম্রিত্যুৰ জাল
তোমাক নিব পৰকাল।

৪ জতন কৰা, হে মোৰ মন,
কিয় হৈচা অচেতন?
পৰলোকত কাল অসেস,
সুখ ভুঞ্জিবা, নতু ক্লেস। ন. ল.

# ১২৩

*"Time is winging us away."*

Geneva. 7, 6.

১ আমাক উৰাই নিচে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক।
জৌৱন, সোভন, সংসাৰৰ
সকল সুখ তিলেকত ৰই,
মৰ্ত্ত্যৰ জি উতম সুন্দৰ
মৈদামত হব থই।

২ আমাক উৰাই নিচে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক।
কিন্তু জাব খ্ৰিষ্টৰ দাস
ভুগি সুখ ওপৰৰ ঠাই;
সোভা হব প্ৰভুৰ পাস,
অনন্ত জৌৱন পাই। ন. ব.

## ১২১

*"And must this body die?"*

Good Shepherd. 8, 7.

১ আমাৰ এই সংসাৰিক সৰিল
  ম্রিত্যুৰ পাত্র হব নে?
দেহৰ জিৱজুক্ত অঙ্গবোৰ
  মাটিত লিন হৈ জাব নে?
মৈদামৰ এন্ধাৰৰ মাজত
  আমাক সুমাই ঢাকিব;
সৰিল তাতে পোকে খাব,
  গেলি পচি থাকিব।

২ কিন্তু ম্রিত্যুৰ হুল গুচিলে,
  খ্রিষ্টৰ ভ্রিত্যৰ নাই সংসই;
প্রভু য়িচু জতে সুলে,
  তালৈ আমিও জাম নির্ভই।
তলত চাই ওপৰ প্রভুএ
  মৰা সিস্যক দেখিচে;
উঠাৰ দিনলৈকে সকল
  প্রিয় ভস্ম ৰাখিচে।

৩ মুক্তি হব মিৃত্যুৰ বন্ধন,
মুনি দুতৰ ভেঁৰিৰ স্বৰ;
জয়জুক্ত আত্মা আহি
সৰিল পিন্ধিব অমৰ।
পৰিপুর্ন অলংক্রিত সকল,
স্বর্গিয় আকাৰ, স্বর্গিয় মুখ;
দর্সন পাই য়িচুৰ আনন্দৰ
ভাগি হব, কেনে সুখ!

৪ হে প্রভু, এই সকল আসা
তোমাৰ মৰন দুখত পাঁও;
মর্ত্য লোকে সাধ্য মানে
তোমাৰ গুনৰ কির্তন গাঁও;
কিন্তু পৰকালে উঠি
তোমাৰ পাই পবিত্র থান,
অমৰ মুখে সুন্দৰ সুৰে
স্তুতি কৰিম পৰম গান।

ন. ব.

# ১২২

*"Why do we mourn departing Friends?"*

China. C. M.

১ ভাই বন্ধু গলে পৰলোক
আমাৰ কিয় কন্দন?
প্ৰভুৰ মাত সুনি সেই লোকৰ
ওপৰে হল গমন।

২ কিয় কান্দোঁ পবিত্ৰৰ সও
বৈ জাঁওতে কবৰ থান?
তাত সয়ন থাকি য়িচুৰ দেহ
ঠাই কৰিলে সুঘ্ৰান।

৩ এই ৰুপে দিলে আসিৰ্বাদ
সিস্যৰ মৈদাম সকল,
জি সজ্যাত পৰে ধাৰ্মিক লোক,
তেঁও কৰে তাক কোমল।

৪ মৰনৰ উঠি আমাৰ পথ
তেঁও কৰিলে প্ৰকাস,
আমাৰো সৰিল মহা দিন
উঠিব অবিনাস। ন. ব.

# ১২৩

*"Cease, ye mourners, cease to languish."*

Happy Land. 6, 4.

১ জি মিত্তিৰ ধৰ্ম্মি নৰ
গল পৰলোক,
তাৰ মৈদামৰ ওপৰ
চাৰিবা সোক;
আমাৰ ক্ৰন্দন সমই
সোনৰ বিন সি হাতে লই,
গান কৰি স্তুতি কই,
পাই স্বৰ্গলোক ।

২ আমি ফুৰোঁ এন্ধাৰ
এই মৰ্ত্ত্য থান;
পহৰ জোতিৰ্ম্মই তাৰ
পৰম উদ্যান;
তাত ৰস্মি সুপ্ৰকাস
মেৰাই থাকে য়িচুৰ দাস,
জুৰিচে তাৰ নিবাস
কান্তি মহান ।

৩ আমাৰ এই ঠাইত কেলেস,
বিয়াধি, মৰন;
তাত থাকে ৰঙ্গ অসেস,
সোভা জৌৱন;
দুত ৰূপে উৰি জাই,
চাৰি দিলে মর্ত্য কাই,
সুখেৰে কাল নিয়াই
অথই জিৱন। ন. ব.

## ১২৪

*"Hear what the voice from heaven proclaims."*

London. C. M.

১ আকাসৰ সুনা জি বচন
ধৰমিৰ অর্থে কই,
প্ৰভুৰ আস্ৰয়ত জাৰ মৰন
সদাকাল ধন্য হই।

২ স্ৰম এৰি সিবিলাক সকল
ভোগ কৰে সুখ আলই;
এই জন্মত কৰা কৰম ফল
মৰনৰ পাচেও ৰই। ন. ব.

# ১২৫

*"Day of judgment, day of wonders."*

St. Asaph, Suffolk. 8, 7.

১ দুতে সৈন্তে প্রভু আহে,
ভেঁৰিৰ সবদ অতিসই,
হেজাৰ মেঘৰ সমান গৰ্জন,
সকল স্রিষ্টিৰ কম্পন হই;
পাপি লোকৰ
মনত লাগে কেনে ভই!

২ মহা সোধ কৰোঁতাক দেখা,
মানুহ ৰুপে অৱতাৰ,
উচিব ভয়ঙ্কৰ আসন,
পোৰোঁতে গোটেই সংসাৰ;
প্রভু য়িচু
তেতিয়া হওক আস্রই আমাৰ।

৩ মৰা লোক তেঁওৰ বাক্যত জিব,
ভুমি সাগৰৰ ওলাই,

প্রভুৰ কোপিত মুখৰ পৰা
আকাস প্রিথিবি পলাই ;
নির্ভই পাপি,
তেতিয়া তোমাৰ কি উপাই ?

৪ দণ্ডকর্তাৰ আগত তুমি
অতি ভয়ত কঁপিবা,
সাও পোআ সকল দুৰে জাইঁক,
এনে আগ্যা সুনিবা,
জুই অনন্ত,
ভুতৰ লগত থাকিবা ।

৫ কিন্তু প্রেমত থাকি জি লোক
য়িচুত কৰিলে বিস্বাস,
তেঁৱে কব ক্রিপাৰ বচন,
আঁহা সকল প্রিয় দাস,
আঁহা সুখি,
কৰা স্বৰগত নিবাস ।

ন. ব.

# ১২৬

*Coming of the Bridegroom.*

Visitation. 8, 7.

১ জেতিয়া য়িচু দৰাৰ তুল্য
প্রকাস হব দিপ্তিমই,
ভেঁৰিৰ স্বৰে ম্রিত্যু নৰে
উঠি, হব বৰ বিস্মই।

২ তেতিয়া জাৰে তেল নাই চাকিত,
নুমাল দেখি কৰে হাই,
সবে জাব, তেল নে পাব,
সাধু প্রভুৰ থান সোমাই।

৩ দুআৰ মৰাত অগিয়ানি
উপাই কৰিব বিচাৰ;
তেতিয়া নৰে জি কি কৰে,
তেও ইস্বৰ নু সুনে আৰ।

৪ ক্রিপাৰ এই সুভাগ্য কালত
ধৰম নিচই কৰা গ্রাজ্য,
সেসত তৰি আনন্দ কৰি
ভাগ পোআ হবা প্রভুৰ ৰাজ্য।

ন. ব.

# ১২৭

*The wise and foolish Virgins.*

Good Shepherd. 8, 7.

১ দৰাক আগ বৰ্হাবৰ মনে
কন্যা কেতেক জনি জাই;
পলম কৰে দৰা জনে,
কন্যাও ৰল টোপনিয়াই।

২ মধ্য নিসা ৰাও সুনিলে,
দৰা আহি ওচৰ হল;
জি কেই জনি তেল আনিলে,
চাকি বৰ্হাই উঠি গল।

৩ সি কেই জনি হাটে ফুৰি
গৈ গৈ কৰে তেল বিচাৰ,
বিয়া ঘৰে আহি ঘুৰি,
দেখে মৰা হৈচে দুআৰ।

৪ তাতে পৰি ক্রন্দন কৰে,
প্রভু প্রভু, দুআৰ মেলোক;
প্রভু মাত লগাই উতৰে,
মই নি চিনোঁ, পাপি লোক।

৫ হাই হাই, নিদ্ৰাত থকা পাপি,
প্ৰভুৰ সমই ঘোৰ নিসাই;
আহিব মহা প্ৰতাপি,
তেতিয়া হবা নিৰুপাই।

৬ ক্ৰিপা মাগি কান্দি কৰা,
তেও নু সুনিব ইস্বৰ;
থাকি এন্ধাৰ নিৰাস হবা,
দাঁত কৰচি নিৰন্তৰ। ন. ব.

## ১২৮

*Christ's coming to Judgment.*

Lenox. 6, 8.

১ সুনাহে পাপি মন
জি হব সেস দিনত;
প্ৰতাপি হৈ এক জন
উঠি সিংহাসনত,
নামি আহি কাল মুৰ্ত্তি হৈ
হেজাৰ হেজাৰ দুত লগত লৈ।

২ প্ৰিথিবিৰ সিমালৈ
দুতক দিব পাঁচি,

পৰ্ব্বত সাগৰে গৈ
দাব লগাই কাচি;
প্ৰভুএ হাতত লৈ কুলা
জাৰি পেলাই সকল ঘুলা।

৩ এই ৰুপ জাৰি লব,
জি হব সজ গুটি,
দাঙ্গি স্বৰ্গে নিব,
থাকিব গাই স্তুতি;
দিব অতি ঐশ্বৰ্জ সুখ,
কোনো কালে ন হব দুখ।

৪ সেই ৰুপ ঘুলা পতান
দমাই লগাব জুই;
জেয়ে নে পাতি কান
আচিল জগতত সুই,
দিব সাস্তি মহা ক্ৰোধ হুই,
নিব দহি অনন্ত জুই। ব. দ.

# ১২৯

*"Oh! there will be mourning."*

**Judgment Hymn. 6, 7.**

১ হাই হাই, হব ক্রন্দন ২ ক্রন্দন ২
হাই হাই, হব ক্রন্দন,
সোধ কৰা প্রভুৰ দিন।
বাপেক পুতেক হই আঁতৰ,
বাপেক পুতেক হই আঁতৰ,
মাকো লৰা হই আঁতৰ,
লগ পোআ ন হব আৰ।

২ হাই হাই, হব ক্রন্দন ২ ক্রন্দন ২
হাই হাই, হব ক্রন্দন,
সোধ কৰা প্রভুৰ দিন।
ভাই ককায়েক হই আঁতৰ,
ভাই ককায়েক হই আঁতৰ,
বায়েক ভনিএক হই আঁতৰ,
লগ পোআ ন হব আৰ।

৩ হাই হাই, হব ক্রন্দন ২ ক্রন্দন ২
হাই হাই, হব ক্রন্দন,

## ১৩২

### *Happy Portion of the Saints.*

Green's Hundredth. L. M.

১ জগতৰ সকলো ৰজা
ইশ্বৰৰ ভ্রিত্যৰ ন হই সম;
সংসাৰৰ মান ও মৰ্জতা
জি ভুঞ্জে সি নিচই অধম ।

২ স্বৰ্গৰ জি দুখি জাত্রিক লোক,
এই কালে অতি সৰু হই;
তেও জেতিয়া পৰলোকে জাই,
ভুঞ্জিব সুখ অনন্ত অথই ।

৩ সিবিলাক তাত অজৰ অমৰ
হই ৰজা আৰু পোৰোহিত,
অনন্ত কিৰিটি পিন্ধাই
ইশ্বৰে কৰিব ভুসিত ।

৪ তাত হৰ প্রভুৰ কিৰিটিত
জিলিকা মুকুতা অথই,
সোনাৰ বিনেৰে গান ধৰি
কই, প্রভু হৈচে আমাৰ জই ।

৫ কিন্তু জগতৰ প্ৰধান লোক
ন হই সুখ এই ৰূপ সৰ্ব্বদাই,
প্ৰচণ্ড বায়ুৰ সমুখতে
সৰু ত্ৰিনক জেন উৰুআই। ন. ল.

## ১৩৩

*Happiness of Heaven.*
Middleton. 8, 7.

১ দুখে সুখে আনন্দ মনে
কাল নিয়াবা মৰ্ত্ত্য থান;
প্ৰভু অহাৰ দিন চাপিচে,
স্বৰ্গত পাবা পৰিত্ৰান;
পাপ অৰুচি, ক্ৰন্দন গুচি,
সদাই হব স্তুতি গান।

২ আমি তাত জি সুখ ভোগ কৰিম,
সি অনন্ত কালে ৰই;
কোটি কোটি কল্প গলে
একো নাই সেই কালৰ খই;
আদিত জিমান তেতিয়াও তিমান
সুখৰ বচৰ আগত হই। ন. ব.

## ১৩৪

### *Happiness of Heaven.*

Pisgah, St. Ann's. C. M.

১ জি আচে এৰা সংসাৰত,
ভজা খ্রিষ্টৰ চৰন;
পাচে জাবা স্বর্গৰ ঠাইলৈ,
জতে ন হই মৰন।

২ স্বৰগৰ ৰাজ্য পবিত্রমই,
সদাই আনন্দৰ থান,
দুখ নাই, সুখ অনন্ত অথই,
ধর্ম্মেৰেহে নির্মান।

৩ তাতে ইস্বৰ য়িচু খ্রিষ্ট,
আৰু পবিত্র দুত,
ধৰমি মানুহ হই তুষ্ট,
প্রেম সদাই হই মনত।

৪ তাত নাই মিচা অধৰমি,
আৰু পাতকি জন,
নাই দুষ্ট, নাই কুকৰমি,
সুখৰ এনে ভুবন।

৫ হে ইস্বৰ, এই মোৰ প্ৰাৰ্থনা,
তোমাৰ জেন সজ থান পাম,
দুৰ কৰা পাপৰ জাতনা,
তাতে তোমাৰ গুন গাম। ন. ল.

## ১৩৫

*The heavenly Mansion.*

Melody, Native Hills. C. M.

১ আকাসৰ ওপৰত আচে
এক মহা দিপ্তিৰ থান,
সুকুলা বস্ত্ৰ পিন্ধা লোক
জত গাই সুললিত গান।

২ সেই ঠাইত নাই একো দুখৰ লেস,
নাই অসন্তোস মৰন;
নাই সুৰ্জ চন্দ্ৰৰ কোনো তাপ,
নাই প্ৰিতিৰো হৰন।

৩ অনাদি কালৰ সুধ সোনাৰ
এক জোতিৰ্মই নগৰ,
তাত নিৰ্মান বগা সিংহাসন,
দেখোঁতে মনোহৰ।

৪ ফটিক ৰূপ নির্মল অম্রিত নৈ
ওলাই সিংহাসনৰ,
তাৰ মাজত বাৰে বিধ গুটি
লাগে গচ জিৱনৰ।

৫ তাত দর্সন পাই পোআলি মেৰ,
পিত্রিৰো প্রফুল মুখ;
অনন্ত কালৰ বিস্রাম পাই,
নু গুচে মনৰ সুখ।

৬ অহ, কেনে ৰহস্য সুখৰ থান,
স্বৰূপেই প্রেমৰ সাৰ;
অজুত গুন অজুত কাল ঢুকাই,
তেও আগ নে পাব তাৰ। ন. ল.

## ১৩৬

*"When we've been there ten thousand years."*

Dismission. 8, 7.

আমি স্বর্গত কোটি কল্প,
সুর্জৰ সমান দিপ্তিমই,
ভুগিলতো অতি অল্প
সুখৰ কাল ন হব খই। ন. ব.

# ১৩৭

*Joys of Heaven.*

China. L. M.

১ জি থানত ইশ্বৰে থাকে,
তাৰ কোনো কালে ন হই খই;
সেই থান পাব সাধু লোকে,
সদাই থাকিব আনন্দমই।

২ দিনে ৰাতিএ স্তুতি গান
সদা সুনি সুন্দৰ সুৰে;
প্ৰেমৰ বাহিৰে তাত নাই আন
মুখৰ পৰা সকলোৰে।

৩ সুনা, সুনাহে দুতৰ গান,
কেনে সুন্দৰ সুৰেৰে গাই!
সিবিলাকৰ সকলো মন
থাকে অতি আনন্দ সদাই।

৪ হে প্ৰভু, সেই থান পাবলৈ
অতি সুধ কৰা মন আমাৰ;
সকল পাপৰ হাত সাৰিগৈ
স্তুতি গান কৰিম গুন তোমাৰ। ন. ল.

## ১৩৮

*Joys of Heaven.*

Rock of Ages. 7.

১ ইস্বৰৰ জি পৰম ঠাই,
তাত নাই কোনো কালে খই,
সেই থান সাধু লোকে পাই
থাকিব আনন্দমই।

২ দিনে ৰাতিএ স্তুতি গান
সদাই সুনি সুন্দৰ সুৰ;
প্ৰিতিৰ বাহিৰ তাত নাই আন,
সকল মুখে প্ৰেম প্ৰচুৰ।

৩ সুনা, সুনা দুতৰ গান,
কেনে সুন্দৰ সুৰে গাই!
সিবিলোকৰ সকল মন
থাকে বৰ আনন্দ সদাই।

৪ ঠাই জেন পাঁও হে প্ৰভু তাত,
সুচি কৰা মন আমাৰ;
সাৰি পাপ সকলৰ হাত
কৰিম স্তুতি গুন তোমাৰ। ন. ল.

# ১৩৯

*The Joys of Heaven.*

Queensborough. 8, 7.

১ গগন ওপৰ থান পবিত্র,
জতে আচে প্রভু মোৰ,
সেই ঠাইৰ সুখ স্মৰন কৰিলে
মনৰ বিয়াকুল কৰে দুৰ।
বৈচে তাতে এখন নদি
মৰা মেৰ পোআলিৰ কাস;
জলেৰে তাৰ স্রিষ্টি খনৰ
ৰোগক কৰা হৈচে নাস।

২ অজুত অজুত দুতৰ সভা
প্রভুক আব্রিত কৰে তাত,
প্রতি জনে হাতত বিন লৈ
গান ধৰিচে সুন্দৰ মাত।
ন হই কোনো কালে ৰাতি
সেই পবিত্র সুখি থান;
সাধু লোক অনন্ত কালে
কৰে অমৰ মুখে গান।

৩ জলি থকা অগ্নিৰ সিখ্যা
আচে প্রেমৰ সৰ্বদাই,
কোটি কোটি কল্প গলেও
সেই প্রেম অগ্নি নু নুমাই ।
মৰ্ত্য লোকৰ মনত কাৰো
ন জনমে এনে সুখ,
জগতৰ সকলো কালত
কেৱল মাথোন হৈচে দুখ । ন. ল.

## ১৪০

*Happiness of Heaven.*

Rosefield. 7.

১ অতি ৰহস্য প্রভুৰ থান
সাধু লোক বৰ ভাগ্যৱান;
নিষ্পাপি লোক হইগৈ দুত,
সদাই পাই অনন্ত মুকুট ।

২ নাই সংসাৰিক ভোজন পান,
অম্রিত ভুঞ্জি ত্রিপ্তি মান,
ধন্য কৰি প্রভুৰ হিত
পবিত্র পবিত্র গিত । ব. দ.

# ১৪১

*"There is a happy land."*

Happy Land. 6, 4.

১ এক সুখৰ থান আচে,
দুৰ, দুৰৈ হই,
জত সাধু লোক থাকে,
দিন দিপ্তিমই;
অহ! কেনে মধুৰ গাই,
ত্রানৰ ৰজা জোগ্য পাই,
তেঁওৰ স্তুতি ৰিঙ্গ্য়াই জাই,
স্তুও, স্তুও সদাই।

২ আঁহ, প্রিয় লোক, আঁহা,
সেই সুখ আলই;
পলম ন কৰিবা,
কিহৰ সংসই?
জত পাম সদাই আনন্দ,
জত হই পাপ ও সোকৰ খণ্ড,
তাত প্রভুৰ প্রেম নির্বন্ধ,
সুখ হই অখই।

৩ সেই দেসত দিপ্তি হই
সকল নয়ন,
পিত্রিএ ৰখ্যক হৈ
প্রেম নাই মৰন।
জেতিয়া তেঁওৰ ৰাজ্য পুৰ হই,
ঐস্বৰ্জ বাস সাধুএ লই,
সুৰ্জত্কৈ দিপ্তিমই,
ৰাজ হম সদাই। অ. টি. ক.

# ১৪২

*Happiness of the Righteous.*

Nuremburg. 7.

১ ইহকালে ধাৰ্মিক লোক
চইতান ফান্দে সদাই সোক;
কিন্তু জেতিয়া মৰি জাই,
প্রভুৰ চৰনত ঠাই পাই।

২ তাতে অনেক দুতৰ সঙ্গ
সদাই কৰে মনত ৰঙ্গ;
প্রভুৰ চৰন ধৰি কই,
ধন্য প্রভু দায়ামই। ব. প.

# ১৪৩

*"Who are these in bright array?"*

Watchman. 7.

১ সুক্লা বস্ত্র বিভুসিত
কোন এই সকল পোৰোহিত?
দিনে ৰাতি খতি নাই
ভেঁটিৰ কাস এই জুনা গাই;
মৰিল জি পোআলি মেস,
লবৰ জোগ্য ৰাজ্য অসেস;
তেঁওৰ মহিমা, গৌৰও, মান,
হওক প্ৰকাসিত স্ৰিষ্টি খান।

২ কোন এই লোক? আহিলে কৰ?
এইবোৰ আচিল পাপি নৰ;
ভুগিলে অত্যন্ত দুখ,
এতিয়া পাই অমৰন সুখ;
আপোন বস্ত্ৰৰ অনেক মল
য়িচুৰ তেজে ধোআ হল;
হাতে তাল পাত ধৰি লই,
সকল সত্ৰুৰ ওপৰ জই।

৩ ভোক, পিয়াহ্, বা কোনো ৰোগ,
এইবিলাক ন কৰে ভোগ;
ৰদৰ তাপ ন পৰে মুৰ,
ডাৱৰ বতাহ্ হব দুৰ;
মেৰ পোআলিএ নি চৰাই,
দিব অম্রিত জল দেখাই;
চকুৰ লো ইশ্বৰ দায়াল
মচিব অনন্ত কাল । ন. ব.

# ১৪৪

*"Lo, what a glorious sight appears."*

Peterborough. C. M.

১ কেনে ৰুপ দর্সন চমত্কাৰ
পাইচোঁ আমি বিস্বাস!
পুৰনি জগত হল সংহাৰ,
গুচুআ হল আকাস ।

২ নামি আহিচে স্বৰগৰ
নতুন য়িৰুচালম,
দৰাৈল ভুসিত কন্যাৰ দৰ,
ঐস্বর্জ্যেৰে অসম ।

৩ জইধনি সুনা, দূতৰ স্বৰ,
হে মৰ্ত্ত্য লোক সকল,
দেখা, ইস্বৰৰ তাম্বূ ঘৰ
মানুহৰ সঙ্গি হল ।

৪ তেঁওৰ লোকে সৈতে দিন নিয়াই
পাল কৰিব ইস্বৰ ;
সকলো চকুৰ লো গুচাই,
সুখ দিব নিৰন্তৰ ।

৫ সৰিল বা মনৰ দুখ কেলেস,
বিয়াধি বা মৰন,
কোনো ন কৰিব প্ৰবেস
এই নতুন স্ৰিষ্টি থন ।

৬ হে প্ৰভু, তোমাৰ আগমন
কিমান দিন আৰু ৰই?
কাল চক্ৰৰ বেগে হওক ঘুৰন,
আনোক সেই সুখ সমই ।

ন. ব.

# ১৪৫

*Overthrow of Idolatry.* Ps. cxv.

Stephens. 11, 8.

১ সাহ্ পাই নিন্দা কৰি দেও পুজকে কই,
তহঁতৰ কত আছে ইস্বৰ?
আমাৰ জি ইস্বৰ সৰ্ব্বসক্তিমান হই,
তেঁওৰ সিংহাসন স্বৰগ ওপৰ ।

২ সিইঁতৰ দেও দেবি সোন, ৰুপ, পিতল, কাঠ,
হাতে সজা সব অচেতন;
মুখ লগাই আছে, তেও নোলাই তাৰে মাত,
নে পাই চকুএৰে দৰ্সন ।

৩ কান আছে, নু সুনে, নাকত নে পাই ঘ্ৰান,
হাত ভৰিও তেনে বিফল;
জি সাজে, তাৰ নিচিনা সিও বিগিয়ান,
সৰন লোআও সেই ৰুপ সকল ।

৪ হে ইস্ৰাএল, বিস্বাস কৰা পৰম ইস্বৰ,
তেঁওৰ বাহুবল হব প্ৰকাস,
ঢুকাব ভুলোকত দেও দেবিৰ আদৰ,
পুজাদি সকলো বিনাস । ন. ব.

## ১৪৬

"*Not unto us, O Lord.*" Ps. cxv.

Hebron. L. M

১ আমালৈ ন হই মৰ্ত্ত্য নৰ,
হে প্ৰভু, উঠোক তোমাৰ স্বৰ;
গুন কিৰ্ত্তন হওক তোমাৰ জস নাম
অনন্ত কালে সৰ্ব্বধাম।

২ কত আচে সিহঁতৰ ইস্বৰ?
এই বুলি কই দেও পুজক নৰ;
স্বৰগৰ ওপৰ তেঁওৰ বাহন,
কৰে তাত থাকি তেঁও সাসন।

৩ হাতেৰে সজা মুৰ্ত্তি হই,
আচে মুখ, তেও কথা ন কই;
নে পাই দৰ্সন, নু সুনে কান,
হাত থাকিলেও ন কৰে ত্ৰান।

৪ জি লোক পুজে দেও অচেতন,
সি কনা হই, নে পাই দৰ্সন;
নু গুচে পাপ, ন খণ্ডে সাপ,
সেসতো ভুঞ্জে নৰক তাপ।

৫ নিৰাকাৰ ইস্বৰ সৰ্বোপৰ
অনন্ত অনাদিও অমৰ;
তেঁও ইস্রাএল লোকৰ হই আস্রুই,
সকলো সত্রু কৰে জই । ন. ল.

## ১৪৭

### *Downfall of Idolatry.*

Dayspring. 6, 6, 11.

১ দেখা পুব ফাল আকাস,
ধৰম উদই প্রকাস,
দেও পুজকৰ অন্ধকাৰ ভ্রম কৰে নাস ।

২ দিপে দিপ জুৰি জাই,
পুতলাদি লুকাই,
সমুদ্রুৰ মাজুলিত জইধনি তোলাই ।

৩ প্রভুৰ এনে গমন,
তৰোআল কৰঙ্গন,
তেঁও কৰিব জয়ি সবাকো দমন ।

৪ ভাৰত বৰ্স হিন্দু ধাম,
প্রিয় ত্রান কৰ্তাৰ নাম
আস্রুই কৰি আৰু নু বুলিব ৰাম ।
ন. ব.

# ১৪৮

*Prayer for the Salvation of Men.*

Rochester. C. M.

১ হে প্ৰভু, আপুনি ৰজা,
জগতৰ তুমি নাথ,
সৰ্ব লোক আপোনাৰ প্ৰজা
দেখুউআ ত্ৰানৰ পথ।

২ মহা প্ৰেমেৰে দিলা প্ৰান
অনাথৰ কাৰনে,
মানুহ দেহেৰে ধৰিলা
অৱতাৰ ভুবনে।

৩ সেই প্ৰেমেৰে আটাই লোকক
দান কৰোক ধৰম গিয়ান,
চেতন কৰি প্ৰজাবোৰক
দিয়াহে পৰিত্ৰান।

৪ জেতিয়া প্ৰভু আপোনাৰ ৰাজ্য,
সকল দেসত হই জই,
তেতিয়া হব তোমাৰ নামত
জইধনি অতিসই। ন. ল.

## ১৪৯

*Prayer for the Spread of the Gospel.*

Ocean. 8, 7.

১ হে ইস্বৰ, তোমাৰ মহিমা
প্ৰকাস কৰা জগতক,
বাকা তোমাৰ গুন অসিমা
পহ্ৰ কৰা এন্ধাৰক ।

২ সকল প্ৰানি পাপে মজি
বোলে সবে হৰি হৰ,
আজিলৈকে ভুতক ভজি
মৰি আচে নিৰন্তৰ ।

৩ অকল প্ৰভু পৰম ইস্বৰ
প্ৰিয় পুত্ৰক পঠালে,
কৰি পাপিৰ আত্মা বিচাৰ
পাপৰ প্ৰাচিত কৰালে ।

৪ সেই প্ৰভুত ভাৰসা কৰি
ৰাখা মনক পালটাই,
তেঁৱে নিব উধাৰ কৰি
থব সাধুৰ লগ লগাই । ব. দ.

# ১৫০

*Extension of Messiah's Kingdom.* Ps. LXXII.

Bethel. 11, 8.

১ জইধনি হওক প্রভু, দায়িদৰ সন্তান্‌,
তেঁওৰ ৰাজ সাসন হব নিয়াই ;
তেঁও দুখি দৰিদ্রুক প্রেম্ করিব দান,
দুষ্টালিৰ অমুৰি গুচাই ।

২ জি ৰুপেৰে ব্রিষ্টি মেঘৰ পৰে তল,
সুন্দৰ গজে ত্রিন প্রিথিবিত,
সেই ৰুপে তেঁওৰ অহাত অৰন্য সকল
ফুল আদিৰে হব ভুসিত ।

৩ তেঁওৰ কালতে বাৰ্হিব ধৰম প্রচুৰ,
কুসল হৈ ভুগোল সমুদাই ;
সকল ৰজা প্রজা বস হব য়িচুৰ,
বহু মুল্য ভেঁটি বৰ্হাই ।

৪ তেঁওৰ নামেৰে প্রাৰ্থনা হব অসেস,
অথই হব প্রভুৰ আদৰ ;
জি কাল সুৰ্জে চলিব দেসে বিদেস,
তেঁওৰ স্তুতি গান কৰিব নৰ । ন. ব.

## ১৫১

*"O'er mountain tops the mount of God."*

Portuguese Hymn. 11.

১ সেস কালতে ইস্বৰৰ পৰ্বত প্ৰকাস
ওখ দেখা জাব, পবিত্ৰৰ নিবাস;
তাত উঠি আনন্দেৰে পাব কুসল
সকল জাতি ভাসাৰ লোক স্বৰগৰ তল ।

২ জি প্ৰদিপ চিওনৰ ওপৰে জলন্ত,
তাৰ ৰস্মিএ জুৰিব জগতৰ অন্ত;
চিওনৰ কাৰেঙ্গত জি ৰজাৰ আসন,
তেঁওৰ জই হব দিপে দিপ মৰ্ত্যৰ ভুবন ।

৩ ৰন বিগ্ৰহ ওৰ পৰিব সেই ধৰম কাল,
তৰোআলেৰে সাজিব নাঙ্গলৰ ফাল,
বৰচাবোৰ ভাঙ্গিব কাচি গৰ্হাই,
হওক দেসি বিদেসি, সকলো ভাই ভাই ।

৪ সুই থাকিব সিংহ মেৰ পোআলি সহিত,
বিনাস হৈ বাঘ আদিৰ স্বভাও প্ৰিথিবিত;
সেই ৰুপ হব কাল হেজাৰ বচৰ দিঘল,
স্বৰ্গৰ তুল্য প্ৰেম থাকি এই ভুমণ্ডল ।

ন. ব.

# ১৫২

*Prayer for the World's Conversion.*

Cottage. 7.

১ প্ৰভু য়িচু, তোমাৰ নাম
সকল ঠাইতে হওক প্ৰচাৰ,
পহৰ কৰা সকল গ্ৰাম,
দুৰ কৰা তাৰ পাপ এন্ধাৰ।

২ জতে হই দেও দেবিৰ মান,
কৰিবা তাৰ পুজা নাস,
সকল দেসত তোমাৰ নাম
সিঘ্রে সিঘ্রে হওক প্ৰকাস।

৩ জি জি লোক হই দেও পুজক,
নাস কৰা সিহঁতৰ ভম;
সকলৰ মন পলটৌক,
দুৰ হওক সকল মিচা স্ৰম।

৪ তোমাৰ গিয়ান দেও পুজাৰ নাস,
জতে তোমাৰ ধৰম পাই,
ততে পহৰ হই প্ৰকাস,
দেৰে তাত নে পাব ঠাই। প. স.

# ১৫৩

*"Another six day's work is done."*

Green's Hundredth. L. M.

১ চ দিনৰ কৰম হৈগচে সেস,
আহিচে বিস্রাম দিন বিসেস,
ইস্বৰৰ দিনত, হে মোৰ মন,
সান্ত পাই কৰা তেঁওৰ গুন কির্তন।

২ সুগন্ধি ধুপ উঠা জি ভাও,
সেই ৰুপে উঠোক আমাৰ স্তও,
তাক সুনি ইস্বৰ দয়াবান
সন্তোস হৈ দিব ক্রিপা দান ।

৩ কৰিলে প্রভু জি প্রাচিত,
তাক ভাবি থাকিম আনন্দিত,
সুঁঅৰি দায়া কৰিম গান,
আসাৰে চিন্তি পৰিত্রান ।

৪ ভকতিয়া লোক পবিত্র কাল
সন্তুষ্ট মনে কৰে পাল ;
এই ৰুপে বিস্রাম দিন নিয়াই,
অনন্ত বিস্রাম সেসত পাই । ন. ব.

# ১৫৪

*The Christian Sabbath.*

Northfield. C. M.

১ আজিৰ দিনত আমাৰ প্ৰভু
জিনি দোৰ্ঘোৰ মৰন,
আপোন প্ৰিয় ভকত লোকক
উঠি দিলে দৰ্সন।

২ ইয়াৰ কাৰন সকল লোকে
এৰি জগতৰ কাম,
প্ৰথম দিনক প্ৰভুৰ বুলি
কৰি থাকে বিস্ৰাম।

৩ আৰু আচে এনে বিধি
বচন ধৰম সাস্ত্ৰত,
কৰি চ দিন সংসাৰি কাম
জিৰাওক সপ্তম বাৰত।

৪ জানি জত্নে ইস্বৰ আগ্যা
মানা সিৰে ধৰি,
প্ৰভুৰ দিনক বিস্ৰাম বুলি
থাকা মান্য কৰি। ন. ল.

# ১৫৫

*Privileges of the Lord's day.*

Rock of Ages. 7.

১ বিস্রাম বাৰ পবিত্র দিন
মান্য কৰোক সব জন,
সংসাৰ ভাবন কৰম হিন
কৰা ইস্বৰ আৰাধন।

২ আজি সকল ধার্মিক লোক
এঠাইত আহি স্তুতি গাই,
তাতে খণ্ডে সর্ব সোক,
মনৰ অতি সান্তি পাই।

৩ ইস্বৰৰ এই বিস্রাম দান
সকল লোকক দিয়া হই,
ৰজা প্রজা এক সমান,
কাৰো একো ভিন ন হই।

৪ প্রভু য়িচুৰ গুন কির্ত্তন
সকল ঠাইতে কৰোক গান,
জি জি দেসে নৰ উত্পন,
থাকে মানে সৰিল প্রান।

জ. চ. ব°

# ১৫৬

*Day of Christ's Resurrection.*

Northfield. C. M.

১ তিনি দিনৰ মুৰত প্ৰভু
জিনি দোৰ্ঘোৰ মৰন,
উঠি আপোন মহিমাৰে
সিস্যক দিলে দৰ্সন।

২ পাচে প্ৰভু প্ৰিয় লোকক
কলে প্ৰেমৰ বচন,
আজিৰ পৰা তোমোলাকৰ
অপৰাধ হল মোচন।

৩ কিন্তু অতি প্ৰেমৰ ভাৱে
মোত কৰা মুক্তিৰ আস,
তাতে পৰম আত্মাক পাঁচি
কৰিম তোমাত নিবাস।

৪ ইয়াৰ কাৰন তোমোলাকে
কৰি নিসংসই মন,
দেসে দেসে ফুৰি সুভ
বাত্ৰা কৰা কিৰ্তন।

৫ তাতে জি জি লোকে কৰে
মোকে জানি বিস্বাস,
তাকে কৰিম অন্তৰ কালত
অতি প্ৰেমে আস্বাস।

৬ কিন্তু জিবিলাকে জানি
বিস্বাস ন কৰিব,
অনন্ত নৰকে পৰি,
জাতনা ভুঞ্জিব। ন. ল.

## ১৫৭

*Prayer for Sabbath Blessings.*

Nuremburg. 7.

১ আজি প্ৰভুৰ দিন বিস্ৰাম,
ধুপ জেন উঠোক স্তও সুগন্ধ,
ধন্য হওক তেঁওৰ প্ৰিয় নাম,
আমাৰ চিত হওক সৰ্বানন্দ।

২ প্ৰভু কৰোক আসিবাদ
আজিৰ সকল সুবচন;
খেমা কৰি অপৰাধ
সান্তি কৰোক আমাৰ মন। ন. ব.

# ১৫৮

*Prayer while journeying.*

Greenville. 8, 7.

১ প্ৰভুক চিন্তি জাত্ৰা কৰোঁ,
পথত ৰাখিবা সদাই;
জদি আমি ফান্দত পৰোঁ
য়িচু আমাৰ কৰা জই।

২ জতে ততে আমি ঘুৰি,
কৰোঁ এই সংসাৰত বাস,
প্ৰভু আমাৰ সঙ্গত ফুৰি
কৰা সকল সত্ৰু নাস।

৩ হাটে বাটে কৰিম স্তুতি,
প্ৰভু তোমাৰ চৰনত;
আমাক কৰি নিবা মুক্তি
সেসত দুৰ্ঘোৰ মৰনত।

৪ এই নিমিত্তে প্ৰভু আমি
আসুই কৰোঁ আপোনাক;
ৰখ্যা কৰি নিবা স্বামি
বাটত নিৰাপদ আমাক। ব. দ.

# ১৫৯

*Meeting of Friends.*

Greenville. 8, 7.

১ অনেক দিনৰ মুৰত আহি
আমাৰ প্ৰিয় বন্ধুগন,
আনন্দেৰে ফুৰি আহিল,
এতিয়া পালোঁ দৰসন ।

২ প্ৰভু ক্ৰিপা কৰি আনি,
আকও পাই আপোনাৰ ঠাই;
একো ন কৰিলে হানি,
কি নো প্ৰভু দায়ামই!

৩ এই নিমিত্তে প্ৰভু আমি
স্তুতি কৰোঁ আপোনাক;
তুমি প্ৰভু অন্তৰ্জামি
ৰাখা সৰ্বকাল আমাক ।

৪ প্ৰভু আমাৰ একে মতি
কৰা, য়িচু দায়ামই;
ধন্য বাদে কৰিম স্তুতি
খ্ৰিষ্টৰ নামত অতিসই । ব. দ.

# ১৬০

*Wedding Hymn.*

Rock of Ages. 7.

১ এদেন বাৰিত নাৰি নৰ
সৃজি ইস্বৰ দিলে বৰ,
দুইকো কৰি জোগ উতম,
হৈচিল সুধ বিবাহ প্ৰথম।

২ পুৰ্ব্বৰ নিতি এই দুজন
নিয়ম কৰে সুমিলন,
পিত্ৰি মাত্ৰি কৰি তিয়াগ,
সঙ্গ লৈ পাচে নাই বিভাগ।

৩ ইটে সিটে প্ৰতিপাল
প্ৰেমে কৰোক জিৱন কাল,
একে মঙ্গহ, একে হাৰ,
একে মন হওক, সদ আচাৰ।

৪ প্ৰভুৰ সেৱাত দিন নিয়াই,
জেতিয়া পৰলোকে জাই,
তেতিয়া উঠি একে থান,
সদাই কৰোক স্বৰ্গৰ গান। ন. ব.

# ১৬১

*Morning Hymn.*

Warren. 7.

১ ৰাতি পুআ হলে মন
নিতৌ গোআ য়িচুৰ গুন,
দিনে ৰাতি কৰা ধ্যান
প্ৰভু য়িচুৰ পৰম গুন ।

২ জেতিয়া আচিলোঁ নিদ্ৰাত,
মোক ৰাখিলে আপদত,
এতিয়া জাগি, হে মোৰ মন,
কৰা য়িচুৰ নাম কির্ত্তন ।

৩ দেখোঁ মই বেলিৰ উদই
তাতে মোৰ মনত ৰঙ্গ হই,
ফেচু আদি চৰাইবোৰ
সুনাদো কৰে প্ৰভুৰ ।

৪ বেলিৰ জিলিকনি চাঁ,
পুবৰ ফালে উদই তাৰ,
স্ৰিষ্টি তাতে চেতন পাই
অনেক ৰূপে স্তুতি গাই ।

৫ চেতন হৈ মোৰ পাপি মন
স্তুতি গোআ ইস্বৰৰ,
তোমাৰ ত্ৰান কৰ্তা জি জন
এই ৰুপে গা তেঁওৰ কিৰ্তন।

৬ ৰখ্যা কৰা ভগৱান,
কৰা দেহা প্ৰানৰ ত্ৰান;
ৰাতি দিনে ঘনে ঘন
সিতল ৰাখা দাসৰ মন।

৭ তেহে সেস ৰাতি পুআত
দেহা মৰিবৰ বেলাত,
ধাৰ্মিক জনে গিত গাব,
স্বৰ্গত সুখৰ থান পাব। প. স.

## ১৬২

*Prayer for Divine Preservation.*

Rosefield. 7.

তুমি প্ৰভু দায়াবান,
তুমি জিৱন, তুমি ত্ৰান,
ভুত ভবিস্যত বৰ্তমান,
ক্ৰিপা কৰি ৰাখা প্ৰান। প. স.

# ১৬৩

*Morning Hymn.*
Greenville, Little. 8, 7.

১ ৰাত্তিৰ ভয়ত ৰখ্যা কৰি
ৰাখিলে প্ৰভুএ প্ৰান,
নিদ্ৰা মৃত্যু জিনি উঠি
কৰোঁ প্ৰভুৰ স্তুতি গান ।

২ প্ৰভু ক্ৰিপা কৰি আমাক
ৰাখি আচে সৰ্ব্বদাই;
সৃজন পালন সংহাৰ কৰ্ত্তা
খ্ৰিষ্টত বাজে কোনো নাই ।

৩ ৰাত্তিৰ এন্ধাৰ ঘোৰ অপ্ৰকাস
গুচি হল অৰুনোদই;
আজিৰ পৰিখাতে প্ৰভু
তোমাৰ দাসৰ কৰা জই ।

৪ সত্য বাক্যে সত্য পথে
চলাবা, প্ৰভু, ঠেক বাট;
দায়া কৰি ধৰি ৰাখা,
সৰ্ব্বসক্তি তোমাৰ হাত । ব. দ.

## ১৬৪

*"Awake, my soul, and with the sun."*

**Bethlehem. 11, 8.**

১ উঠা সুৰ্জে সৈতে, ন কৰি এলাহ,
হে মন, কৰা প্ৰভুক চিন্তন,
নৈবেদ্য ৰুপ স্তুতি দি কৰা উচাহ,
ইস্বৰলৈ প্ৰেম হৈ জলন।

২ দিন ৰাতি ন জনা জি স্বৰ্গলোক গাই
ইস্বৰৰ প্ৰসংসা ওৰেও,
সেই সকলে সৈতে নৱ বানি মিলাই
ওপৰলৈ তুলিবা স্তও।

৩ হে প্ৰভু, মোৰ প্ৰান ৰাখি তুমি নিদ্ৰাত,
পুআ দিলা নতুন জিৱন;
সেই ৰুপে মোক তুলি সি জন্মৰ প্ৰভাত,
কৰা পৰম সুখে গ্ৰহন।

৪ মোৰ পথ চলাই, প্ৰভু, মন ৰাখা সিতল,
তোমাৰ আত্মাই থাকি সহিত;
এই দিন কায়ে বাক্যে মোৰ কৰম সকল
জেন গ্ৰাজ্য হব ইস্বৰ দ্ৰিষ্টিত। ন. ব.

# ১৬৫

*Morning Hymn.*

Rock of Ages. 7.

১ ৰাতিৰ ভয়ে ভগৱান
ৰাখিলা অধমৰ প্ৰান ;
এতিয়া জাগি, পাপি মন,
কৰা জিৱনাথ চিন্তন ।

২ বলৱন্ত সুৰ্জ ওলাই
ইস্বৰৰ প্ৰভাও দেখাই,
চলে তেঁওৰ আগ্যাৰ অধিন
আপোন পথে দিনে দিন ।

৩ চৰাই আদি সুন্দৰ সুৰ
কিৰ্ত্তন কৰে গুন প্ৰভুৰ ;
সকল স্ৰিষ্টি চেতন পাই
নানা ৰুপে স্তুতি গাই ।

৪ সবে সৈতে ময়ো গাম
স্ৰিষ্টি কৰ্ত্তাৰ পৰম নাম ;
য়িচু তুমি প্ৰেম আধাৰ,
তুমি সকল স্ৰিষ্টিৰ সাৰ ।

৫ প্ৰভু ৰখ্যা কৰা মোক,
জেই দিন থাকোঁ ইহলোক;
সেসত কৰা পৰিত্ৰান,
দুতৰ সঙ্গ লৈ ধৰিম গান।

৬ কিনান দেসৰ পৰম ঠাই,
জতে সুৰ্জ্যা চন্দ্ৰা নাই,
জতে লোক অজৰ অমৰ,
দিয়া মোক নিবাস ইস্বৰ। ন. ব.

## ১৬৬

*Evening Hymn.*

Drooping Souls. 7, 5.

১ আজিৰ দিনত, হে প্ৰভু,
ৰাখিলা আমাক;
কিন্তু আমি দুৰাচাৰ
নে জানোঁ তোমাক।

২ খেমা কৰিবা প্ৰভু,
আমাৰ দুষ্ট মন,
দায়া কৰি দিয়া নাথ
পৰম আত্মা দান।

৩ জনমাবা প্রভু প্রেম
আমাৰ ৰিদয়ত,
তেহে সুচি হব মন
তোমাৰ আনন্দত।

৪ আমাৰ প্রান জি দিনলৈ
থাকে সংসাৰত,
কৰিম আমি প্রার্থনা
তোমাৰ চৰনত।

৫ জেতিয়া হবগৈ আমাৰ
মৰনৰ ওচৰ,
কৰি দিয়া নিসংসই
প্রভু মন আমাৰ।

৬ জতে আপোন সাধু লোক
থাকিব সদাই,
তালৈ প্রভু আত্মা নি
আমাক দিয়া ঠাই। ন. ল.

# ১৬৭

*"Glory to thee, my God, this night."*

Evening Hymn. L. M.

১ এই দিনৰ জানি উপকাৰ
মই গাইচোঁ, প্ৰভু, গুন তোমাৰ,
নিসাতো ৰাখা ভগৱান,
ডেউকাৰে চাঁয়া কৰি প্ৰান।

২ মই আজি কৰা দুসিত কাম,
তাক খেমা কৰা য়িচুৰ নাম;
তাৰে মোৰ হব মন সুখিল,
ইস্বৰ বা নৰৰ নাই অমিল।

৩ জি ৰুপে নিদ্ৰা হঁও নিৰ্ভই,
সেই ৰুপ জেন হম মৰন সমই,
নিৰ্দোসে কাল নিয়াবৰ গিয়ান
দি সেসত কৰা পৰিত্ৰান।

৪ প্ৰভুএ মোৰ সুনিদ্ৰাৰ কাল
পিৰঠি জপাই কৰোক পাল,
নাহোক মনত সপোন বিসম,
চইতানৰ দুৰ হওক পৰাক্ৰম।

৫ মই নিসাত জদি থাকোঁ সাৰ,
মোক ত্রিপ্তি কৰা প্রেম আহাৰ;
মধুৰ জেন সুনোঁ স্বৰ্গিয় গান,
মুকলি কৰা অন্তৰ কান ।

৬ মোক ৰাখা, প্রভু, পুত্র ভাও,
জেন স্বৰ্গত কৰোঁ তোমাৰ স্তও;
টোপনি জত ন ধৰে লাগ,
মই কৰোঁ ইচা সাধুৰ ভাগ । ন. ব.

## ১৩৮

*"The day is past and gone."*

Evening Shades. S. M.

১ গধুলি বেলা হল,
সকলোত পৰিল চাঁ,
তাৰ তুল্য ওচৰ চাপিচে
মৰনৰ ঘোৰ নিসা ।

২ জি ৰুপে কাপৰ থৈ
সুই থাকোঁ দেহ উদঙ্গ,
ম্রিত্যু বিবস্ত্র কৰিব,
গুচাই সংসাৰিক ৰঙ্গ ।

৩ হে প্ৰভু, ৰাখিবা
এই ৰাতিৰ সকল ভই,
দুত ৰখিয়া থাকোক আমাৰ কোস,
হই মানে সুৰ্জোদই।

৪ সোন কালে উঠিলে
অবিস্ৰাম সুৰ্জক চাই,
আমি জেন চলিম ধৰম পথ,
এই সক্তি দিওক সদাই।

৫ জি কালত মিত্যু হৈ
এই সংসাৰ চাৰি জাম,
আপোনাৰ প্ৰেমৰ কোলাত লৈ
কৰাওক আমাৰ বিস্ৰাম। ন. ব.

## ১৬৯

*"Now I lay me down to sleep."*

Dismission. 8, 7.

সুবৰ বেলি কৰজোৰ কৰোঁ,
প্ৰভু ৰখ্যা কৰা মোক;
সাৰ নো পোআকৈ জদি মৰোঁ,
স্বৰগলৈ আত্মা নিওক। ন. ব.

# ১৭০

*The Lord's Prayer.*

Rock of Ages. 7.

১ আমাৰ পিত্রি, তোমাৰ বাস
স্বর্গত হৈছে, গুন প্রকাস;
হওক পুজনিয় তোমাৰ নাম
সর্বকালে মর্ত্য ধাম;
বাহোঁক তোমাৰ ৰাজ্য অসেস;
ইচা পুৰ হওক দেসে দেস;
স্বর্গত জি ৰুপ কৰা হল,
সেই ৰুপ হওক এই ভুমণ্ডল ।

২ দিনৰ আহাৰ কৰি দান,
ৰখ্যা কৰা আমাৰ প্রান;
জি ৰুপ খেমোঁ লোকৰ ধাৰ,
তুমি খেমা পাপ আমাৰ;
পৰিখাতো কৰি ত্রান,
দোসৰ মুকুত কৰা দান ।
ৰাজ্য, প্রভাও, মহিমা জেন
সদাই তোমাৰ হওক, আমেন । ন. ব.

## ১৭১

*The Lord's Prayer.*

Nuremburg. 7.

১ পিত্রি প্রভু স্বর্গধাম,
হওক পুজনিয় তোমাৰ নাম,
বার্হোক তোমাৰ ৰাজ্য অসেস,
ইচা পুৰ হওক দেসে দেস,
স্বর্গত জি ৰূপ কৰা হল,
সেই ৰূপ হওক এই ভুমণ্ডল।

২ দিনে দিনে দি আহাৰ,
খেমা কৰা পাপ আমাৰ,
পৰিখাতো দিয়া গিয়ান,
দোসৰ পৰা কৰি ত্রান।
ৰাজ্য, প্রভাও, মহিমা জেন
সদাই তোমাৰ হওক, আমেন। ন. ব.

## ১৭২

*Praise to God.*

Old Hundred. L. M.

হে পিত্রি, স্বৰগ তোমাৰ বাস,
তাত জি ৰূপ তোমাৰ গুন প্রকাস,
সেই ৰূপে তোমাৰ ধন্য নাম
প্রসংসা হওক এই মর্ত্য ধাম। ন. ব.

# ১৭৩

*"From all that dwell below the skies."*
Uxbridge. L. M.

১ আকাসৰ তলত জেত্তেক জন,
স্তুজোঁতাক কৰা আৰাধন;
ত্ৰান কৰ্তা য়িচুৰ নাম মহান
সকলো দেসত কৰোক গান ।

২ অনন্ত তোমাৰ দায়া হই,
হে পৰম ইস্বৰ ক্ৰিপামই;
তোমাৰ প্ৰসংসা হওক অসেস,
কাল অৱসানে দেস বিদেস । ন. ব.

# ১৭৪

*Universal Praise to God.*
Cottage. 7.

১ জগত মধ্যে জেতেক লোক,
সৰু নাইবা ডাঙ্গৰ হওক,
আঁহা, সবে কৰোঁ গান,
য়িচু খ্ৰিষ্টত পৰিত্ৰান ।

২ ধন্য কৰিম য়িচু নাম,
স্বৰ্গ মৰ্ত্য সৰ্ব্বধাম,
নিত্যৌ হই জেন প্ৰভুৰ স্তও,
য়িচু জই জই, কৰা ৰাও । ক. স.

## ১৭৫

*Praise to Jehovah.*

London. C. M.

১ য়িহোৱাক কৰা স্তুতি গান
পবিত্র লোক সকল,
জি থাকে ওপৰ পৰম থান,
জি থাকে ভুমণ্ডল।

২ সকলো স্রিষ্টি ধৰা গান
তেঁওৰ কির্তন সর্বদাই;
এক অৱতাৰ, এক ভগৱান,
তেঁওৰ বাহিৰ ইশ্বৰ নাই। ন. ব.

## ১৭৬

*"To Father, Son, and Holy Ghost."*

Doxology. C. M.

পিত্রি, পুত্র, আত্মা দায়াল,
এক ইশ্বৰ গুন প্রভাও,
ভুত, বর্তমান, ভবিস্যত কাল,
হওক সর্বানন্দৰ স্তও;
ভুত, বর্তমান, ভবিস্যত কাল,
ভুত, বর্তমান, ভবিস্যত কাল,
হওক সর্বানন্দৰ স্তও। ন. ব.

## ১৭৭

*"Praise God from whom all blessings flow."*

Old Hundred. L. M.

নিৰাকাৰ পিত্ৰি, পুত্ৰ নৰ,
পবিত্ৰ আত্মা, এক ইশ্বৰ,
স্তও স্তুতি হওক তেঁওৰ ধন্য নাম,
অনন্ত জুগত সৰ্ব্বধাম । ন. ব.

## ১৭৮

*"Blessed be the Lord for evermore."*

ধন্য, ধন্য, ধন্য হওক প্ৰভু অনন্ত কাল,
ধন্য হওক প্ৰভু,
ধন্য হওক প্ৰভু,
ধন্য হওক প্ৰভু অনন্ত কাল,
ধন্য হওক প্ৰভু অনন্ত কাল,
আমেন, আমেন, আমেন । ন. ব.

## ১৭৯

*Praise to the Trinity.*

Dismission. 8, 7.

পিত্ৰি, পুত্ৰ, ধৰম আত্মা,
একে জন অমৰ ইশ্বৰ,
তেঁওৰ মহিমা গুন অসিমা,
স্তুতি কৰেঁা নিৰন্তৰ । ন. ব.

## ১৮০

*Praise to the Trinity.*

Vesper Hymn. 8, 7.

ধন্য পিত্রি স্রিষ্টি কর্ত্তা,
আৰু জি জন কৰে ত্রান,
তেঁওৰ সহিত পবিত্র আত্মা
ধন্য হওক কাল অৱসান;
জয়ধনি, জয়ধনি,
জয়ধনি, আমেন;
ভুলোক স্বৰ্গলোক প্রসংসা
কৰোক সৰ্ব্বস্বৰে গান;
জয়ধনি, জয়ধনি,
জয়ধনি, আমেন। ন. ব.

## ১৮১

*Benediction.*

Dismission. 8, 7.

পিত্রি ইশ্বৰৰ অনুগ্রহ,
পুত্রৰ কৰুনা সহিত,
আৰু আত্মাৰ প্রেম সান্তনা
সদাই পুৰ হওক আমাৰ চিত।
ন. ব.

# ১৮২

*"Lord, dismiss us with thy blessing."*

প্ৰভু বৰ দি কৰোক বিদাই
কুসল ৰুপে জাব দিওক;
তেও সুভ বাত্ৰাৰ আহাৰ খুউআই,
স্বৰ্গিয় সুচি প্ৰেম বৰ্হাওক;
সকল ৰিদই সান্তি পুৰাই,
আমাৰ স্বৰ ওপৰ তোলোক;
জেতিয়া পাম গৈ সেই সুখৰ ঠাই
গাম উতম গান স্বৰ্গলোক,
গাম উতম গান স্বৰ্গলোক।
আমি গাম, জয়ধনি, আমেন, জয়ধনি;
আমি গাম, জয়ধনি, আমেন,
জয়ধনি, হে প্ৰভু ইস্বৰ;
জয়ধনি অনন্ত, জয়ধনি অনন্ত,
জয়ধনি অনন্ত কাল, অনন্ত কাল;
জয়ধনি, আমেন, আমেন, আমেন।

অ. টি. ক.

# দুতিয় ভাগ ।

## ১৮৩

*Conference Hymn.*

Hulolit. C. M.

১ আঁহা, হে ভাই সকল, আঁহা,
প্রভুৰ নামে গোট খাই,
তেঁওৰ দায়াত্তে আনন্দ কৰা,
জইধনিৰ গিতো গাই ।

২ দুখ ভোগি জাত্রিক আচোঁ হই,
তেও ঘৰ সোন কালে পাম,
তাত ইস্বৰ দিব সুখ আলই
অনন্ত কাল বিস্রাম ।

৩ পাপ সত্রুৰ জুধত কেনে টান,
ফান্দো পৰিখা পাঁও,
তেও য়িচু ৰাখে আমাৰ প্রান,
জুধতো স্তুতি গাঁও ।

৪ ইয়াতে বিয়াধি ও মৰন
কেনে ৰূপ ভই লগাই,
কিন্তু হব পৰম জিৱন,
তাত ৰোগো মৰন নাই ।

৫ তেন্তে এৰিম সংসাৰিক সুখ,
ভয়ো কি কাম আমাৰ,
অদ্রিস্য বস্তুলৈ সমুখ
পামগৈ এই সংসাৰ পাৰ ।

৬ অহ, কেনে জোতির্মই আসা,
এতিয়াও পাই আমাৰ প্ৰান,
তেও তাতকৈ সুখি অসিমা
হব সেই পৰিত্ৰান । W. W.

## ১৮৪

*"Salvation! Oh the joyful sound."*

Salvation. C. M.

১ পৰিত্ৰান! কেনে আনন্দ স্বৰ!
আমালৈ সুখিয়া হই,
প্ৰত্যেক ঘালৈ প্ৰধান ঔসদ,
গুচুআ সকল ভই ।

২ পাপ আৰু ক্লেসত পতিত হৈ
নৰ্কৰ এন্ধাৰত ৰঁও,
প্ৰভুৰ দায়াৰে ওলাই গৈ,
স্বৰগৰ দিপ্তি পাঁও।

৩ পৰিত্ৰান! এই স্বৰ উৰি জাওক
স্ৰিষ্টি খনৰো অন্ত,
আকাসিয় সকল সৈন্য আহোক,
জইধনি বৰ্হাই লন্ত। ল. ধ. হ.

## ১৮৫

*"The Lord is my Shepherd."*

Seir. S. M.

১ ইস্বৰ মোৰ ৰখিয়া হই,
ন হব মোৰ অভাও;
তোলনিয় লৈচে মোক তনই,
মোৰ দায়াল ইস্বৰ তেঁও।

২ মেৰ ৰখিয়াৰ সজ প্ৰকাৰ,
ত্ৰিন জুক্ত খেত্ৰ চাই,
সয়ন কৰাই স্থিৰ জলৰ পাৰ,
প্ৰেম আহাৰ মোক চৰাই।

৩ অবাটে জোআৰ দোস
খেমি, ঘুৰাইচে মন,
সুখে সলাই মোৰ অসন্তোস,
তেঁওৰ প্ৰতিগ্যাৰ কাৰন।

৪ গলে ঘোৰ দুখৰ খাল,
জত ম্ৰিত্যুৰ চাঁয়া ৰই,
মোৰ ৰখিয়া কৰে প্ৰতিপাল,
তাতো ন কৰিম ভই।

৫ নিচয়ে সেসলৈ
তেঁওৰ দায়াৰ মঙ্গল পাই,
মোৰ পিত্ৰিৰ ওপৰ ঘৰে গৈ
বাস কৰিম তাত সদাই। W. W.

## ১৮৬

*"Oh where shall rest be found?"*

Golden Hill. S. M.

১ মই কত জিৱনি পাঁও,
ক্লান্ত হৈ মনৰ বিস্ৰাম?
সাগৰ বা দিপৰ সিমালৈ
বিচাৰিলে নে পাম।

২ জি সুখ বিচাৰোঁ মই,
সংসাৰত নাই উত্পন;
আয়ুসৰ পাচে আয়ুস ৰই,
মৰনৰ পাচ মৰন।

৩ সেই পৰম আয়ুসে
ক্ৰন্দন ন হব আৰ;
জি সুখ অনন্ত কাল থাকে,
প্ৰেমেই সেই সুখৰ সাৰ।

৪ জি মৰন থাকিব,
তাৰ কেলেস নু চুকাই;
অহ, প্ৰানক কেনে জাতনা
বেৰি ধৰে সদাই।

৫ হে ইশ্বৰ দায়ামই,
জেন সাৰিম সেই মৰন,
অনুগ্ৰহ কৰি দান কৰোক
মোৰ জিহত প্ৰয়োজন। W. W.

তাহাতে সিকিবা প্ৰভুৰ গুন মহিমাৰ সাৰ,
আমি সবে দিপ্তি কৰোঁ আগ্যাতে জাহাৰ।

৩

জেনে ৰুপে আমি সবে সৰ্বদা ভ্ৰমন
অন্ধকাৰৰ মাজে চলি কৰিচোঁ গমন,
সেহি ৰুপে জিৱ আত্মা জানা মনুস্যৰ,
আমাৰ বিনাস হলে তথাচ থাকিব অমৰ;
সুৰ্জ আৰু গ্ৰহগনো জদি হব খই,
তথাপি মানুহৰ আত্মা ন মৰে নিচই।

৪

হেজাৰ হেজাৰ কল্প কালো জদি খই হব,
অতি অলপ কালহে বুলি তেতিয়া গনিব।
দেখা, এহি দিপ্তিমন্ত তৰা জতগন,
এটা এটা কৰি সিও হবগৈ নাসন;
জেতিয়া আমাৰো মহিমা গুচি হই বিনাস,
তথাপি মানুহৰ আত্মা হব অবিনাস।

৫

উপদেস।

এহি হেতু উপদেসত সুনি দিয়া মন,
পাপৰ মতি চাৰি ভজা ব্ৰহ্ম নিৰঞ্জন;
তেঁৱে প্ৰভু স্ৰিষ্টি থিতি কৰ্তা চৰাচৰ,
অদিতিয় ত্ৰানো কৰ্তা জাতি মনুস্যৰ;

এহি হেতু বিনই বাক্যে দিয়া সবে মন,
ভজি য়িচু খ্ৰিষ্ট কৰা পাপৰো মোচন।
ন. ল. ফ.

## ১৮৯

*The Kingdom of Messiah.*

Santikhon. 8, 5.

আছিলে ভবিস্যত বচন, সুনা জি প্ৰকাৰ;
জনমিব কন্যাৰ গৰ্ভে খ্যিয়াতিমন্ত কুমাৰ।

২

দেখা, য়িচইৰ মুলৰ পৰা সিহঁৰি ওলাই,
তাহাৰ ফুলৰ সুঘ্ৰান উঠি স্বৰ্গপুৰি পাই;
তাৰ পাতত পবিত্ৰ আত্মা কৰিব গতি,
পবিত্ৰ কুপৌএ আহি লব বসতি।

৩

ওহে স্বৰ্গ, অম্ৰিত নিয়ৰ ভুমিত বৰখাওক,
কৰুনামই ব্ৰিষ্টি বাকি সান্ত ৰুপে দিওক,
তাতে ব্ৰিখ্য বাহিঁ দিব দুৰ্বলিক উপাই,
ধুমুহাতে ৰখ্যা পাব ৰদ্ৰতো আস্ৰই।

৪

গুচি জাব পাপ সকলো পলাই কপট মুল,
নিয়াযে় আহি ধৰিব, আপোন হাতে তুল;
মেলিব কুসলে ঠালক ভুমি কৰি অন্ত,
পুন্যে সুক্লা বস্ত্ৰ পিন্ধি স্বৰ্গৰ নামিবন্ত।

# ১৯০

*Birth of Christ.*

কাল ৰুপ ৰাত্তি বচৰ চলি সিঘ্রে প্রভাত হওক,
কৈল্যান জুক্ত পুত্র আহি বেগে জনমাওক ।
প্রক্রিতিএ বসন্ত কালৰ মালা কৰে দান,
সুগন্ধ ধুপে সৈতে আনি কিৰিটি প্রধান ।

২

দেখা, দাঙ্গে আপোন মাথা গিৰি লিবানন,
পর্বতৰ ওপৰে নাচে সর্ব ব্রিখ্য গন ;
সুগন্ধি মচলা উঠে নম্র স্যাৰোনৰ,
আকাসতো সুঘ্রান হৈচে ফুলে কার্মেলৰ ।

৩

অৰন্যৰ মাজতো সুনা সবদ হৰিসিত,
দিয়া পথ, সুজুগুত কৰি, ইস্বৰ হই বিদিত ;
ইস্বৰ, ইস্বৰ, মহা ধনি সুনা পর্বতত,
সিলেও মাতে, দেখা, প্রভু পালে ওচৰত ।

৪

আকাসৰ পৰা তেঁওক গ্রাজ্য কৰিচে ভুলোক,
তলৈলৈ সোমাই জাওক গিৰি, ভৈয়ামো উঠোক ।
মাথা নমাই, হে গচ সকল, কৰিও সন্মান,
পথ ওলাওক সাগৰৰ মাজে, সিলো হওক সমান ।

# ১৯১

*Miracles of Christ.*

ভবিস্যত ত্রান কর্তা আহে, এহি মর্ত্য লোক,
সুনা, হে সকলো কলা, দেখিও অন্ধক ।
দায়াৰে কৰিব কনাক তেঁও সুদ্রিস্টি দান,
দ্রিস্টি হিন চকুতো প্রভু দিপ্তি বৰসান ।

২

আঁকৰা বোবাৰো জিবাৰ বন্ধন চিঙ্গিব,
কলাৰ কানত মধুৰ সবদ স্রুৱন কৰাব;
খোৰা কোঙ্গাই তেঁওৰ জসস্যা কৰিব কির্ত্তন,
লাফ মাৰিব ম্রিগ তুল্য হর্স কৰি মন ।

৩

হুৰা মুৰা, সোক, ভুলোকত নু সুনিব কান,
সকলোৰে চকু পানি টোকে সনাতন ।
অবিনাসি জিজিৰিৰে ম্রিত্যুক বান্ধিব,
নৰকি ভয়ানক ভুতো মর্দন কৰিব ।

৪

জেনে মেৰৰ ৰখিয়াই কৰে মেৰক প্রতিপাল,
উত্তম বায়ুৰ ঠাই বিচাৰি থুআই ঘাঁহো ভাল;
হেৰোআ, অপথে জোআক বিচাৰি আনই,
দিনে ৰাতি ৰাখি থাকি জাককে পালই;

কোমল মেৰ পোআলি ৰাখি আপোন ম্রিদু হাত
আহাৰ খুআই, লই সাবটি ৰখিয়াৰ হিয়াত;
সেই ৰুপে তেঁও কৰে সকল মনুস্যৰ সন্তান,
ভবিস্যত কালৰো পিত্রি কৰিব পালন।

## ১৯২

*Christ's Kingdom established.*

ৰাজ্যে ৰাজ্যৰ অহিত কৰি কতো নুঠিব,
অগ্নিৰুপ হিংসাৰ চকুৰে গোট নাহি খাব;
চোকা অস্ত্র সস্ত্রে ৰনৰ ঠাই নে বেৰিব,
সিঙ্গা, ভেঁৰি, ৰনৰ বাদ্যে ক্রোধ ন জলাব।

২

সাজিব নাঙ্গলৰ ফালো ভাঙ্গি তৰোআল,
বৰচাৰে কাচি গঢ়াই লব সেহি কাল।
তাতে অনেকো ৰাজপুৰি হবগৈ উত্পন,
পিত্রিৰ সকল কাৰ্জক পুত্রে কৰিব সাধন;

৩

তাৰ বঙ্গহত দ্রাখ্যা লতাই চাঁ দি ধৰিব,
জি সিঁচিব, সেয়ে সস্যক ভোজন কৰিব।
মৰু ভুমি বাটৰুআই দেখে আচৰিত,
পদ্ম আৰু ত্রিন সকলে কৰিচে সুভিত।

৪
সুকান ভৈয়ামতো সুনে সবদ কোলাহাল,
নতুন জানত পানিৰ সোঁতে কৰিচে আস্ফাল।
সাপ অজগৰৰ বসতি সিলনি ওপৰ,
ত্ৰিন আদি অকস্মাত গজি বায়ুত কৰে লৰ।

৫
কাঁইট গচেৰে আব্ৰিত হোআ বালুকামই থান,
সুগন্ধি পুস্পে কৰিচে তাহাকো সুঘ্ৰান;
পাত নো হোআ সুকান গচত মেলে ফুলো পাত,
সকল অৰন্য গুচি, হব সুব্ৰিখ্যৰহে জাত।

৬
ৰাঙ্গ কুক্কুৰৰ সঙ্গে চৰে মেৰৰ পোআলি,
পুস্পহাৰে বাঘক বান্ধে লৰা চোআলি;
গৰু সিংহে একে পাত্ৰে কৰিব ভোজন,
হিংসা তেজি সৰ্পে চুব লোক জাত্ৰিৰ চৰন।

৭
কেঁচুআ লৰাৰৈ দেখা, হাতত আপোন,
নিৰাপদে কাল সাপকো কৰিচে ধাৰন;
কেঁকোৰা বিচাৰো চালত নিৰিখন কৰি,
থাকিচে উমলি সিসু তাৰ হুলত ধৰি।

# ১৯৩

*Consummation of Christ's Reign.*

উঠা, চালম ৰাজ্য, উঠাহে, মেলিয়া নয়ন,
সুভিত মাথা তুলি পিন্ধা দিপ্তিৰে ভুসন ।
দেখা, বহু প্রজাই চাপে মন্দিৰৰ ওচৰ,
সেয়ে তোমাৰ পুত্র নাতি ভবিস্যত কালৰ ।

২

সিবিলাকে চাৰিও ফালে সাৰি সাৰি হৈ,
জিৱন অপেখ্যাৰে আহে, আসা স্বৰ্গ লৈ ।
দুৰৰ পৰা নানা দেসি জাতি কত জন,
দিপ্তিমই ৰাজধানি দেখি কৰে আগমন ।

৩

জঁগ্যৰ ভেঁটি ৰজাগনে প্রনামকৈ বেৰই,
চাবিয়াৰ সুগন্ধি দ্রুব্য তাতে দান কৰই ।
তোমাৰ অৰ্থেহে ইদুমাৰ হাবি ফুলিচে,
জিলিকি ওফৰ পৰ্বতৰ সোনা ওলাইচে ।

৪

দেখা, স্বৰ্গে মেলি দিচে, আপোনাৰ দুআৰ,
কৰিচে প্রচণ্ড দিপ্তি কাৰনে তোমাৰ ।
সুৰ্জে নাহি দিব আৰু প্রভাতৰ কিৰন,
চন্দ্ৰমা ন কৰে জানা নিসাৰো সোভন ।

৫
সংসাৰৰ বিনাসি ৰবি জানা হব থই,
কিন্তু অবিনাসি ৰবি কৰিব উদই;
সেহি পৰমার্থ সুর্জে দিপ্তি কৰিব,
দিন ইস্বৰৰ কাল অনন্ত তোমাৰহে হব।
৬
সাগৰো বিনাস হৈ জাব, আকাস ধুঁআমই,
সিলো ভস্ম হব, পর্বত পমিব নিচই।
কিন্তু প্রভুৰ বাক্য সক্তি জানিবা অথই,
খ্রিষ্টৰ ৰাজ্য, মহিমা, সাসন, চিৰকালে ৰই।
ন. ল. ফ.

# ১৯৪

"*Why do the heathen rage?*" Ps. ii.

Angels' Song. L. M.

১ বিদেসি লোকে কি কাৰন
কৰিচে দ্রোহৰ আচৰন?
ইস্বৰ, তেঁওৰ অভিসিক্ত জনৰ
আচৰে অহিত পাপি নৰ?

২ জগতৰ প্রধান অধিকাৰ
বোলে, চিঙ্গো জুঁঅলিৰ ভাৰ;
আলচি ৰজাগনেও কই,
পেলাওইঁক আঁহা, কান্ধৰ ফই।

৩ হাঁহিব স্বৰ্গৰ প্ৰভু জন,
সিহঁতৰ দেখি আচৰন;
বিয়াকুল কৰে অতিসই,
সিহঁতক ক্ৰোধে কথা কই ।

ন. ল. ফ.

## ১৯৫

*Christ's Triumph.* Ps. II.

Old Hundred. L. M.

১ এই ৰুপে কই পৰম ইস্বৰ,
সুনা হে সকল জগত নৰ;
মই সপত কৰি আপোন নাম
পাতোঁ ৰজা পবিত্ৰ ধাম ।

২ অনাদি কালৰ পুত্ৰ হই,
আজিএই তেঁওক জন্মালোঁ মই;
তেঁওৰ নাম কুসলৰ মহিপাল,
সিংহাসন ৰব চিৰকাল ।

৩ তেঁওৰ ৰাজ সাসনৰ কাল অনন্ত
বৰ্হাব ৰাজ্যো স্ৰিষ্টিৰ অন্ত;
লোৰ ডণ্ডেৰে জগত সাসন
কৰিব দুষ্টক তেঁও দমন ।

৪ গিয়ানৱন্ত হোআ ৰজাগন
হৈ তেঁওৰ চৰনত সর্নাপন;
ভয়েৰে কৰা তেঁওক আদৰ
সকলো কালত জিৱনৰ।

৫ লই জিবিলাকে তেঁওত আস্রই,
অনন্ত কাল সি ধন্য হই;
তাৰ হব জিৱন অবিনাস,
পাই স্বর্গ ধামত নিত্য বাস।
ৰ. ল. ফ.

## ১৯৬

*God's Condescension.* Ps. VIII.
Uxbridge. L. M.

১ হে পৰম ইস্বৰ, তোমাৰ নাম
হৈচে মহত এই মর্ত্য ধাম;
তোমাৰ গুন মহিমাৰ আসন
স্বৰগত কৰিচা থাপন।

২ আপোনাৰ সত্রু হিংসকবোৰ
পেলাবৰ হেতু লাজত ঘোৰ,
কেঁচুআ লৰাৰ মুখৰ স্তও
কৰাইচা প্রকাস নিজ গৌৰও।

৩ ওপৰ আকাসত ভয়ঙ্কৰ,
চন্দ্ৰ আদি গ্ৰহ নিৰন্তৰ,
তোমাৰহে হাতৰ কৰম হই,
দেখিচোঁ আচৰিত বিস্মই ।

৪ এই সকল দেখি আমাৰ মন
কৰিচোঁ চিন্তা অনুখন;
হে প্ৰভু, কি নো মৰ্ত্য নৰ,
তুমি জে কৰা তাক আদৰ?

৫ দুতত‌কৈ অলপ হৈচে হিন,
তেও সকল বস্তু তাৰ অধিন;
মৰ্জতা ৰুপে অলংক্ৰিত
কৰিচা, প্ৰভু, তাক ভুসিত ।

৬ এই ৰুপে পাতি অধিকাৰ,
তাক দিলা সকল স্ৰিষ্টিৰ ভাৰ;
হে প্ৰভু, তোমাৰ মহান নাম,
হৈচে বিদিত সকলো ধাম ।

ন. ল. ফ.

## ১৯৭

*"Show pity, Lord, O Lord, forgive."*

Windham. L. M.

১ অহ, ক্রিপা, ক্রিপা, হে ইস্বৰ!
মোক খেমা অতি খেদিত নৰ;
অসিমা প্রেমৰ জি আস্রুই
বিস্বাসে লৈচোঁ পাপি মই।

২ মোৰ মহা পাপতকৈ অপাৰ
অমুল্য তোমাৰ উপকাৰ;
হে য়িচু, তোমাৰ গুন অসিম,
হওক তেনে মোলৈ তোমাৰ প্রেম।

৩ অহ, ধোআ, ধোআ পাপ সকল,
মোৰ মনক কৰি সুধ নির্ম্মল,
সেই পাপৰ ভাৰত মোৰ ৰিদই
কেঁকাইচে খেদে অতিসই।

৪ আগ্যা দায়াৰো অহিত পাপ
সৈ কাৰ্হোঁ কৰি দ্রিঢ বিলাপ;
তেও হলে তোমাৰ ক্রোধ প্রকাস
অন্যাই ন হব মোৰ বিনাস।

৫ অকস্মিত আহি ঘোৰ মৰন
কৰালে নৰ্কত মোৰ গমন,
মই জানোঁ পাপৰ প্ৰতিফল,
কেৱল মোৰ উচিত দণ্ড হল।

৬ তেও কঁপি থকা পাপি মই
তোমাৰ প্ৰতিগ্যাত লঁও আস্রুই,
অহ্, খেমা, খেমা, হে ইশ্বৰ,
নিৰসাত পৰি খেদিত নৰ। W. W.

## ১৯৮

*"O could I find from day to day."*

Melody. C. M.

১ মোৰ প্ৰভুৰ ওচৰ দিনে দিন
পাই ভক্তি ৰূপ আলই,
মন হব দুখৰ কেনে হিন,
সিতল, আনন্দমই।

২ মধুৰ হেন পাই তেঁওৰ বাক্যৰ সাৰ,
তাক চিন্তি কাল নিয়াই,
পৰিখ্যা তাতে হই সংহাৰ,
মোৰ আস্রুই, মোৰ উপাই।

৩ এনেই জি ৰঙ্গ সংসাৰ দিবৰ
লবৰো সক্তি হিন,
তাক পাবৰ ইচা, হে ইস্বৰ,
নতুনকৈ দিনে দিন।

৪ তোমাক এৰি বিতুষ্ট জেন
ন কৰিম পুনৰাই,
হে য়িচু ৰাজ্য কৰোক মোৰ মন,
দাস কৰি মোক সদাই।

৫ এই প্রেমৰ স্তুতি কৰৈল
আয়ুসৰ কাল নিয়াম;
মৰিলে মনে সুচি হৈ
সজ ৰূপে স্তুতি গাম। W. W.

১৯৯

*"Did Christ o'er sinners weep?"*

Kentucky. S. M.

১ খ্রিষ্টে পাপিৰ কাৰন
ক্রন্দন কৰিলে নে?
তাত চকুৰ লো নাই কিয়া বদন
হৈ থাকিম নো আমি?

২ মন এনে হওক চাৰি,
খেদ কৰোক অতিসই ;
চকুৰ লো ওলাই ধাৰায়ে
নদি ৰূপ উচিত হই ।

৩ স্বৰগৰ দুত দেখি
য়িচুৰ এনে ক্রন্দন,
সোধে সকল, বিস্মই মানি,
কি কাৰন, কি কাৰন?

৪ বিস্মই মানা, হে মন,
মোৰ পাপৰ ডঁৰ কেনেই,
তাক দেখি মৰমে ক্রন্দন
মোৰ অৰ্থে কৰিলে ।

৫ তেন্তে কান্দিম আমি
খেদ কৰি প্রতি জন,
স্বৰগ পাই, হোআত নিস্পাপি
তাত আৰু নাই ক্রন্দন ।

W. W.

## ২০০

*"Living to Christ."*

Uxbridge. L. M.

১ হে প্রিয় প্রভু ত্রান কর্তা,
মোৰ জিৱন, মোৰ আয়ুসৰ সাৰ,
দাস কৰা মোক তোমাৰ সদাই,
আনন্দে হম কেৱল তোমাৰ।

২ মোৰ প্রান, মোৰ সৰিল বলি ৰুপ
উচৰগ কৰা উচিত হই,
জিয়া, পবিত্র, প্রেম স্বৰুপ,
ইস্বৰৰ মন্দিৰ মোৰ ৰিদই।

৩ বিচাৰিম কিয় নিজা হিত?
সংসাৰিক ৰঙ্গ কি কাম আমাৰ?
পবিত্র হলোঁ আত্মাক্রিত,
কৰিবৰ খ্রিষ্টৰ গুন প্রচাৰ।

৪ জসস্যা ধন কৰি হেলা,
হওক য়িচুৰ প্রেম মোৰ ধনৰ সাৰ,
তেঁওৰ প্রিয় নামৰ মর্জতা
মোৰ সুখ, মোৰ উচিত সজ বিচাৰ।

৫ ভাগৰ নে লাগোক, হে মোৰ মন!
দেখা আয়ুসৰ দিন ঢুকাই!
সোন কাল বিস্ৰামত মোৰ গমন,
ভোগ কৰি প্ৰভুৰ মুখ সদাই ।
**W. W.**

## ২০১

*"Come, thou fount of every blessing."*

Bartimeus. 8. 7.

১ আহঁা, সৰ্ব আসিৰ্বাদ দিঁওতা,
মনৰ স্তুতি উদগাই,
প্ৰেম, অসিমা প্ৰেমৰ জোগ্য
গান জেন স্বৰ্গৰ দৰে গাই ।

২ দুৰ বিদেসি জোআ অবাটে
য়িচু মোক বিচাৰিলে,
ৰাখিবৰ বিনাসৰ পৰা
তেঁওৰ অমুল্য তেজ দিলে ।

৩ দিনে দিনে তেঁওৰ অনুগ্ৰহ
পাই, বৰ্হাইচোঁ কেনে ধাৰ!
ৰাখা মোক প্ৰেম জৰিত বান্ধি,
নৰিল, প্ৰান, কেৱল তোমাৰ ।

৪ প্ৰিয় প্ৰভুক এৰা ৰতি
মনক দেখোঁ অতি ভই,
অহ, আপোনাৰ মোহৰ মাৰি,
প্ৰভু ৰাখা মোৰ ৰিদই।

W. W.

## ২০২

*"When thou, my righteous Judge, shalt come."*

Anticipation. C. P. M.

১ মোৰ বিচাৰ কৰ্ত্তাৰ অহা কাল,
মাতিবৰ সাধু লোক সকল,
সুনিম নে তাত, মোৰ নাম?
হে য়িচু, জানোঁ পাপি মই,
জাৰ থাকে ম্ৰিত্যুৰ এনে ভই,
সোঁ হাতে ঠাই নে পাম।

২ তেও প্ৰভুৰ সিস্য গোট খোআ কাল
উবুৰি পৰি পাইচোঁ ভাল,
সবাতকৈ পাপি মই;
সেই ওপৰ সভাত ময়ো ঠাই
নে পালে লগত, অহ, হাই, হাই!
দুৰ্ভগিয়া মোৰ ৰিদই!

৩ ন হওক, হে য়িচু, এই মোৰ ভই,
মোক ঢাকি হবা মোৰ আস্রুই
এই ক্রিপাৰ সুভ কাল;
নিচয়ে হল মোৰ পাপ মোচন,
তাক চিনাই কৰা স্থিৰ মোৰ মন,
মোৰ ৰখ্যক হৈ দায়াল ।

৪ তাত জেতিয়া সুনিম ভেৰিৰ স্বৰ,
লগ লবা মোকো সাধু নৰ,
পৰিবৰ তাত প্রনাম;
সোমালত পিত্রিৰ দিপ্তিৰ ঠাই,
জইধনিৰ সুন্দৰ সুৰ বৰ্হাই,
ত্রান কৰ্তাৰ স্তুতি গাম । W. W.

## ২০৩

*"When I can read my title clear."*

**Annapolis. C. M.**

১ মোৰ আচে স্বৰ্গে জুগুত ঘৰ,
তাক জানিলে নিচই,
সেই আসাত মচি চকুৰ লো
বিদাই দিম সৰ্ব ভই ।

২ সংসাৰ বা ভূতে অগ্নি বান
মাৰিলেও মহা জুধ,
অহিংসিত সহিম ঘোৰ চইতান
সংসাৰৰো বিৰোধ ।

৩ আপদো দুখ ধুমুহা ৰূপ
ঘোৰ ঢৌ লগালে মন,
পাম জদি সেসে পিত্ৰিৰ ঘৰ
মোৰ আৰু নাই চিন্তন ।

৪ তাত স্রান্ত হোআ মন ইস্বৰক পাই
প্ৰেম সিন্ধুত মজি ৰৈ,
নাই ক্লেসৰ ঢৌ লাগিব আৰ
মোৰ অতি সান্ত ৰিদই ।

৫ তাত কোটি কোটি কল্প ৰৈ
সুৰ্জতকৈ দিপ্তিমই,
ইস্বৰক স্তুতি কৰা কাল
কিঞ্চিত ন হব খই ।

W. W.

# ২০৪

*"Jerusalem my happy home."*
Jerusalem. C. M.

১ য়িৰুচালম মোৰ সুখ আলই,
তাক চিন্তোঁ অনুখন;
কোন কালে মোৰ দুখৰ হৈ সেস
তাৰ সুখ দেখিম নয়ন?

২ সুৰ্জকান্ত মনিৰ সকল গৰ
দেখোঁতে দিপ্তিমই;
মুকুতাৰ নিৰ্মান দুআৰবোৰ
আলি সুধ সোনাৰ হই ।

৩ তাৰ উদ্যান অতি মনোহৰ
সুভিচে ব্ৰিখ্য জিৱন;
মানুহৰ চকুত দেখা নাই
কান্তিমই এই দৰ্সন ।

৪ এই ৰুপ ঐস্বৰ্জেৰে ভুসিত
স্বৰ্গপুৰ জদি হই,
তেন্তে কিয় ম্রিত্যুলৈ মোৰ
থাকিচে মনত ভই?

৫ জত নে ভাগে সাধুৰ সমাজ,
বিস্রামো ন হই থই,
মোক তুলি নিয়া সেই ঠাইলৈ
নিজ হাতে ক্রিপামই।

৬ জি সুখ আলইত মোৰ প্রভু গল,
তালৈকে ময়ো জাম;
তেঁওক দেখা পাই অনন্ত কাল
তেঁওৰ জস, গুন কির্তন গাম।

৭ সেই স্বর্গত আমি অজুত কাল
সুর্জৰ সম দিপ্তিমই,
ভোগ কৰিলেও অতি অলপ
সুখৰ কাল ন হই থই।

ন. ল. ফ.

## ২০৫

*Sinners exhorted.*

**Rochester. C. M.**

১ দেখা, হে প্রিয় বন্ধুগন,
হল আমাৰ কাল ওচৰ;
কৰা জুগুত আপোনাৰ মন
চাপি খ্রিষ্টৰ কোখৰ।

২ এৰা সকল দেৱৰ আস্রুই
কৰিএই খ্রিষ্টত আস,
তেহে জাব তোমাৰ সংসই,
পাপৰো হব নাস।

৩ সুনা, হে প্রিয় মিত্তিৰগন,
অত্তি প্রেমৰ বচন,
জি ইস্বৰ থাকে ওপৰ থান,
তেঁও কৰে পাপ মোচন।

৪ জদি পাব খোজা মুক্তি,
আহাঁ খ্রিষ্টৰ ওচৰ;
দিব প্রভু তোমাক সক্তি
দ্বাৰাই আপোন ক্রুচৰ।

৫ এনে প্রেমৰ বচন সুনি
ন কৰিবা হেলা,
কৰা আস্রুই মনে গুনি
ভাই, আৰু নাই বেলা।

ল. হ. ধ.

## ২০৬

*Distress for Sin.* Ps. vi.

Windham. L. M.

১ হে প্ৰভু, মই পাপিষ্ট নৰ,
কাকুতি সুনোক অধমৰ;
নি দিবা সাস্তি ক্ৰোধত মোক,
দুৰ্বলিক চাই ক্ৰিপা কৰোক।

২ মোৰ পাপৰ ভাৰ অতি গধুৰ,
তাত সকল হাৰ কঁপিচে মোৰ;
প্ৰভু, মোৰ প্ৰানো হৈচে খিন,
কৰিবা পলম কিমান দিন?

৩ ঘুৰি আহি মোৰ দুৰ্বল প্ৰান,
হে প্ৰভু, কৰোক পৰিত্ৰান;
জি হেতুক ম্ৰিত্যুত স্মৰন নাই,
তোমাৰ জস গুন তাত কোনে গাই!

৪ কেঁকনিত মোৰ লাগে ভাগৰ,
ক্ৰিপা কৰোক, হে প্ৰেম সাগৰ;
সকলো নিসাত মোৰ নয়ন
থাকিচে তৈব লোতক সঘন।

৫ হৈচে সোকত মোৰ চকু খিন,
কৰিবা পলম কিমান দিন?
হে প্ৰভু, পালটি আহোক,
পৰিত্ৰান কৰা পাপত মোক ।

ন. ল. ফ.

## ২০৭

*"Thus saith the wisdom of the Lord."*

Hebron. L. M.

১ ইস্বৰৰ গিয়ানে এই ৰূপ কই,
মোৰ মাত সুঁনা লোক ধন্য হই;
পৰ দি দুআৰ মুখত জি জন
কৰে মোৰ কৰুনা মাগন;

২ সেয়ে পাই মোৰ ক্ৰিপা নিচই,
সুখ অসিমা, ধনো অথই,
অবিনাস জিৱন, ক্ৰিপাৰ বৰ,
তাৰ হই লাভ দায়া ইস্বৰৰ ।

৩ কিন্তু জি পাঁপি অধম নৰ
নে চাপে কেতিয়াও মোৰ ওচৰ,
সি বিনাস কৰে আপোন প্ৰান,
মোৰ আত্মাক কৰি অপমান ।

ন. ল. ফ.

## ২০৮

*"I was his chief delight."*

**Hebron. L. M.**

১ হে সকল মনুস্যৰ সন্তান,
স্বৰগৰ বাক্যত পাতা কান;
অনাদি পত্ৰই ইস্বৰৰ
কই কথা, সুনা পাপি নৰ।

২ মই হঁও তেঁওৰ অতি প্ৰিয় জন,
আৰু তেঁওৰ অনন্ত নন্দন,
সকলো স্রিষ্টিৰ আদি মই,
মোৰ দোআৰাই স্রিষ্টি থিতি হই।

৩ প্ৰিথিবি, সাগৰ, আদি জল,
মেঘ, বায়ু, সুইন, আকাস মণ্ডল,
সেই সকল হোআৰ পুৰ্বে জাত
মই আচোঁ ইস্বৰৰ সোঁ হাত।

৪ চন্দ্ৰ আদি গ্ৰহ তৰাগন,
এই সকল কৰোঁতে স্রুজন,
আচিলোঁ সেই কালতো মই
কৰোঁতে সুৰ্জৰ পথ নিৰ্নই।

৫ জি কাল তেঁও কৰে গম্ভিৰ জল,
অনন্ত নৰ্কৰো অনল,
সেই কালত মুনি মোৰহে মাত
ত্রিন, ব্রিখ্য আদি হল অকস্মাত।

৬ প্রিথিবি আচিল মাজ আকাস,
কৰিলে সুৰ্জে তাত প্রকাস;
তাক চালোঁ মই হৰিসিত মন
জত বাস কৰিব মনুস্য গন।

৭ প্রথমে মোৰ বিয়াকুল চিত
চিন্তা কৰিলোঁ নৰৰ হিত,
আদমক স্রজাৰ পুৰ্বে মই
কৰিলোঁ মুক্তি তাৰ নিচই।

৮ এই হেতু আঁহা, পাপিগন,
মোৰ ওচৰ চাপা সৰ্ব জন,
কৰা মোত আস্রই নিসংসই,
মই দিম অনন্ত ত্রান অথই।

ন. ল. ফ.

# ২০৯

*"Thus saith the high and lofty One."*

Old Hundred. L. M.

১ এই ৰূপে কই পবিত্ৰ জন,
মই বহি আচোঁ নিজ আসন,
পবিত্ৰ ইস্বৰ হই মোৰ নাম,
কাল অথই, বাসো স্বৰ্গধাম।

২ কিন্তু মই নামোঁ আকাস তল
জত নৰৰ বাস এই ভুমণ্ডল;
জাৰ হই নম্ৰ মন, ভগন চিত
মই কৰোঁ বাস তাত হৰিসিত।

৩ সোক কৰা লোক, নিৰ্ইঙ্কাৰ মন,
অনন্ত জিৱন পাই সেই জন;
পাপ হেতু ক্ৰন্দন কৰা লোক,
মই দিঁও বিস্ৰাম গুচাই তাৰ সোক।

৪ জি কালত মোৰ সন্ততিগন
দিঁও পাপত সাস্তি অনুখন,
নে থাকে মনত সদাই খঙ্গ,
হই জিহত আস সিইঁতৰ ভঙ্গ।

৫ হে প্রভু, আমাৰ মনৰ আস
ন হব জেন সমুলি নাস,
এই হেতু খেমা কৰি পাপ
গুচুউআ মনৰ সকল তাপ।

ন. ল. ফ.

## ২১০

*"Ye Christian heroes, go, proclaim."*

Uxbridge. L. M.

১ হে খ্রিষ্টৰ সকল সেৱকগন,
কৰাগৈ তেঁওৰ মুক্তিৰ ঘোসন;
জত দেখা মৰু ভুমিৰ জাত
স্যাৰোনৰ গোলাপ ৰুবা তাত।

২ অগ্নি ৰুপ গৰ হৈ তেঁও পালন
কৰিব মনত প্রেম জলন;
ক্রোধ ৰুপ বায়ু দিব গুচাই,
ধুমুহাও তাতে সান্ত হৈ জাই।

৩ আসির্বাদ কৰি তোমাৰ স্রম,
গুচাব সকল মিচা ভ্রম;
বৰখাই দি সান্তি ৰুপ জল
গজাব তোমাৰ স্রমৰ ফল।

ন. ল. ফ.

## গিতৰ প্ৰথম প্ৰথম সাৰি ।

## গিত লিখাবিলাকৰ নাম সঙ্কেত ।

উ. ক. উলিয়ম কেৰি; জ. ম. জস্যুআ মাৰ্সমন; জ. চ. জন চেম্বৰ্লিন; জ. প. জৰ্জ পিয়ৰ্চ; ন. ব. নেথন ব্ৰাওন; অ. টি. ক. অলিবৰ টি কটৰ; ন. ল. নিধি লিবাই ফাৰৱেল; ব. দ. বাতিৰাম দাস পেক; ক. স. কেলেব সৰদাৰ; প. স. পিতৰ সৰদাৰ; ৰ. স. ৰামসিং; ব. প. বিপচু; জ. দ. জোচেফ দিনু; অ. থ. ল. আবি থুকু ফাৰৱেল । বং বঙ্গালি গিত ।



এই নক্‌চাৰ কথা ৪২ পিঠিত দেখা ।

# সৰু হেনৰি

## আৰু তাৰ

## বেহেৰাৰ বিবৰন ।



# LITTLE HENRY

## AND HIS BEARER.

Translated into the Asamese.

BY M. BRONSON.

SIBSAGOR, ASAM:
PRINTED AT THE AMERICAN BAPTIST MISSION PRESS.
2d Ed. 500. ] [ June 1853.

# সৰু হেনৰি আৰু তাৰ বেহেৰাৰ বিবৰন।

১ আধ্যা।

বঙ্গাল দেসৰ দানাপুৰ গাঁৱত সৰু হেনৰিৰ জনম হল। তাৰ বয়স দুই তিনি মাহ হলত, তাৰ পিতাক এটা জমিদাৰে সৈতে গৰৰ জুধতে মৰা পৰিল, কিয়নো তেঁও কম্পানি সেনাৰ মাজত এজন অধিকাৰ আচিল।

পাচে এবচৰৰ মুৰত তাৰ মাকো মৰিল। এই দৰে সেই সৰু হেনৰি লৰা কালতে পিত্রি মাত্রি হিন হল। কিন্তু তাৰ মাক মৰিবৰ সময়ত, আপোনাৰ চকু স্বৰগৰ ফাললৈ তুলি চাই কলে, হে পৰম ইস্বৰ, মোৰ এই পিত্রি হিন লৰাটি তোমাৰ হাততে সমৰ্পন কৰোঁ, আৰু নম্র মনেৰে তোমাৰ প্রতিগ্যা মান্য কৰোঁ, আৰু সম্পুৰ্ন আসা কৰি আচোঁ,

জেন মোৰ লৰা কোনো মতে নিৰসা ন হব; কিয়নো পিত্রি হিন সকলোএ তোমাৰ পৰা দায়া পাই।

জি অঙ্গিকাৰত তেঁও বিস্বাস কৰিলে, তাক য়িৰিমিয়া ভবিস্যত বক্তাৰ পুথিত এনে লিখা আচে। "আপোনাৰ পিত্রি হিন লৰাবিলাকক সোধাই দিয়া, মই সিবিলাকক কুসলে ৰাখিম, আৰু তোমোলাকৰ বাঁৰিবিলাকেও মোত বিস্বাস কৰোক।" য়িৰিমিয়া ৪৯ আধ্যা ১১ পদ।

হেনৰিৰ মাক মৰিলত জি জনা মেম চাহাবে তেতিয়া দানাপুৰ আৰু পাটনাৰ মাজত থকা নদিৰ তিৰৰ এটা পকি ঘৰত বাস কৰিচিল, তেঁৱে আহি সেই সৰু হেনৰিক নি, আপোনাৰ ঘৰৰ মাজতে থাকিবৰ কাৰনে এটা খোঁটালি দিলে, আৰু লৰাৰ প্রয়োজনিয় বস্তু সকলোকে দিবলৈ আপোনাৰ চাকৰবিলাকক আগ্যা কৰিলে।

দৰিদ্রুবিলাকৰ দুখ দুৰ কৰিবলৈ ধন দিব পৰা, এনে অনেক অনেক লোক আচে, কিন্তু দৰিদ্রু লোকক পোসন পালনৰ নিমিতে সম্প-



হে্নৰিৰ মাক মৰিচে।

তিকে মাথোন দিলে সত্য দায়া ন হই ইয়াকে সিবিলাকে নে জানে । সেই মেমো এই ৰুপেই আচিল; তেঁও জেতিয়া সেই লৰাক ঘৰলৈ আনিলে, আৰু আপোনাৰ চাকৰবিলাকক তাৰ কাৰনে আগ্যা দিলে, তেতিয়া লৰাক প্ৰয়োজনিয় বস্তু সকলো দি আচে বুলি জানিলে। এই কাৰনে মেমে হেনৰিৰ নিমিত্তে একো দুখ চিন্তা ন কৰাকৈএ থাকিল। কিন্তু বচি নামেৰে জিটো বেহেৰা অনেক দিনৰে পৰা হেনৰিৰ পিতাকৰ লগত চাকৰ আচিল, আৰু হেনৰিৰ জনমৰে পৰা সুঁন্দৰ ৰুপে মন দি প্ৰিতিয়েৰে পালন কৰিচিল, সেয়ে জদি নে থাকিলহেঁতেন, তেন্তে সেই সৰু লৰা নিচেই গিয়ান নাই কিয়া হৈ আপোনাৰ ইচা জনাব নোআৰিলত, অৱস্যে নিৰুপাই হৈ থাকিলেহেঁতেন।

হেনৰি জেতিয়া অতি সৰু আচিল, তেতিয়া সেই বেহেৰা তাৰে সৈতে দিনে ৰাতিএ থাকিচিলে, আৰু সেয়ে হেনৰিৰ খোআ বস্তু জুগুত কৰে, খাটত সুআই, কাপৰ পিন্ধাই সোলো-

চিল। সেই লৰাও বয়সত বাৰ্হি, বেহেৰাক জগ-তৰ সকলোতকৈ অধিক প্ৰিয়তম বুলি মানিলে; এয়ে বৰ আচৰিত ন হই কিয়নো সেই বেহে-ৰায়েহে অকল তাৰ বন্ধু আচিল, তাত বাজে আন কোনেও তাঁৰ কাৰনে অধিক কাৰ্বাৰ ন কৰি-লে। হেনৰিএ ইংৰাজি ভাসা কব নোআৰিচিল, কিন্তু সহজ ৰুপে বেহেৰাৰ ভাসাৰেহে কই। আৰু ভাল বেয়া জিহকে হিন্দু লোকবিলাকে কই, সেই সকলোকে হেনৰিএ বুজিব পাৰি-চিলে। সি পিৰালিতে বেহেৰাৰ আঁঠুৰ মাজত বহি, তামোল আৰু বজাৰৰ মিঠই খাই। আৰু সি জোতা মোজা নি পিন্ধে অকল পাই-জেমাহে পিন্ধে; তাৰ ভৰিত ৰুপৰ নেপুৰ আচিল। তাৰ আচৰনক দেখি, কথা সুনি, সি হিন্দু বুলি, লোকে মনত এনে ভাবে; কিন্তু তাৰ বগা চুলিৰ আৰু চকুৰ বৰনৰ দোআৰাই জনা হই জে সি কোনো ইংৰাজিৰ সন্তান।



২ আধ্যা ।

এই দৰে হেনৰিৰ চাৰি পাঁচ বচৰ বয়স গলত জি মেমৰ ঘৰত আচিল, তেঁওক আই বুলি মাতিবলৈ দিলতো, তেঁও তাৰ নিমিত্তে মন নি দিলে; আৰু সেই মেমে লৰাক ধৰ-মৰ কথা সিখ্যা দিবলৈ উচিত জেন নু বুজি-লে। এই নিমিত্তে হেনৰিএ তাৰ বেহেৰাক আৰু আন আন লোকবিলাককো পুজা কৰা, কাঠৰ মাটিৰ প্ৰতিমা সাজি লৈ জোআ, আৰু আ-পোনাৰ মাকক কেতিয়াবা কেতিয়াবা দানাপুৰৰ গির্জা ঘৰলৈ জাবৰ দেখি, সি আপোনাৰ মন-তে বুজিলে জে অনেক ইস্বৰ আচে; আৰু জি ইস্বৰক তাৰ মাকে দানাপুৰত সেৱা কৰে, সেই ইস্বৰ তাৰ বেহেৰাৰ কাঠৰ, সিলৰ বা মাটিৰ প্ৰতিমাতকৈ ভাল ন হই, আৰু গঙ্গা নদি এটা দেবি, তাৰ জলৰে পাপ গুচুআ হই, আৰু মচলমানবিলাকৰ মত, খ্রিষ্টিয়ান লোকৰ মতৰ নিচিনা ভাল বুলি জানিলে, কিয়নো তাৰ মাকৰ চাকৰ এটা তাক এই ৰুপে

বুজাইচিল। ইয়াৰ বাহিৰেও জিহকে লৰাৰ সিকিবৰ উচিত ন হই, তাকে চাকৰবিলাকৰ দোআৰাই সিকিলে। কিন্তু চাকৰবিলাক দেও পুজক হৈ সিহঁতে জে তাক উতম সিখ্যা দিব এনে আসা কৰিবলৈ ঠাই নাচিল। সেই নিমিতে জি মেমে সেই লৰাক ৰাখিচিল, তেঁওত অধিক দোস লাগিচে; কিয়নো খ্রিষ্টিয়ান বাপেক মাকৰ লৰাক তেঁও দেও পুজকবিলাকৰ হাতত এৰি দিলে, এয়ে অতি বিসম কথা।

হেনৰিৰ পাঁচ বচৰ বয়স হলত এজনা মেম আহিল; সেই মেম অলপ দিনৰ ভিতৰত বিলাতৰ পৰা আহি কিচু দিন হেনৰিৰ মাকে সৈতে আচিল। তেঁও ইংলণ্ড দেসত থকা এজন উতম ধৰম প্রচাৰকৰ জিএক, আৰু আপোনাৰ পিত্রিৰ দোআৰাই ধৰমৰ বসয়ে অতি সুন্দৰ ৰুপে সিখ্যা পালে। তেঁৱে আপোনাৰ ঘৰৰ পৰা কেতবোৰ ধৰম পুস্তক, আৰু লৰাবিলাকৰ কাৰনে সুন্দৰ সুন্দৰ কিতাপ আৰু নকচাও আনিচিল। চাকৰবিলাকৰ লগত

বেহেৰাৰ আঁঠুৰ মাজতে হেনৰিক বহিবৰ দেখি, সেই মেমে তাক বৰ চেনেহ কৰি তাৰ কাৰন জানি অধিক অসন্তোসো পালে, কিয়নো ইস্বৰক ন জনা জি সকল মানুহ, সিবিলাকৰ মাজত এৰা হবলৈ এয়ে অতি দুখৰ কথা। এই কাৰনে সেই মেমে কেতবোৰ সুন্দৰ নক্চা খোঁটালিৰ সমুখে দুআৰৰ ওচৰৰ দলিচাতে থলে। হেনৰিএ প্ৰথমতে জুমি চাই নক্চা দেখি খোঁটালিলৈ জাব খুইচিল, কিন্তু বেহেৰাক এৰি জাবলৈ ইচা ন কৰিলে। জেতিয়াৰ পৰা মেমক অলপমান চিনিলে, তেতিয়া বেহেৰা দুআৰত ৰহিলেই সি ভিতৰলৈ জাই। পাচত সকলো ভই তিয়াগ কৰি, হেনৰিএ ভিতৰলৈ অকলে জাব ধৰিলে, আৰু তেঁও মেমৰ লগ পাই তাৰ জিমান আনন্দ হৈচিল, এনে আনন্দ কেতিয়াও ন হল। সেই লৰাই জেন তেঁওক প্ৰেম কৰে, আৰু সেই প্ৰেমৰ দোআৰাই জেন তেঁও তাৰ মাকৰ লগত থাকোঁতেই তাক সিকাবলৈ চল পাব, এই কাৰনেও, মেমে অনেক জতন কৰিচিল। কিন্তু লৰাটিএ ইংৰাজি কব

নোআৰাত তেঁও বৰ চিন্তা কৰিলে, তথাপি তেঁও তাত একো আমনি পোআ ন হল। নক্‌চা দেখুআই তাৰ ইংৰাজি নাম কোআৰ দোআৰাই তাক অনেক ইংৰাজি কথা সিকালে। এই দৰে অলপ দিনৰ মাজতে আপোনাক লগা সকলো বস্তু হেনৰিএ ইংৰাজি কথাৰে খুজিব পৰা হল। তাৰ পাচত সেই মেমে এটা সৰু কিতাপেৰে হেনৰিক আখৰ সিকাবলৈ ধৰিলে। পাচে আখৰ চিনিলত বাৰে মতৰা সিকালে, আৰু তাৰ কাৰনে অধিক স্রম কৰি, সি চই বচৰ বয়সিয়া হোআতে ইংৰাজি ভাসা পৰ্হিব আৰু কব পৰা হল।

সেই ৰুপে তেঁও মুখেৰেই কথা সিকাই সিকাই থাকোঁতে, ধৰম সাস্ত্ৰৰ জি গিয়ানৰ বাহিৰে কোনেও পৰিত্ৰান পাব নোআৰে, আৰু সৰু লৰাবিলাকক সিকাব লগা জি প্ৰয়োজন, সেই সকলোকে সিকালে। আৰু হেনৰিএ ধৰম পুস্তক পৰ্হা সমই জি সিখ্যা দিব লগিয়ালৈকে তাক তেঁও এফেৰিও পলম বা হেলা ন কৰিলে। প্ৰথম পাঠ জিহকে তেঁও তাক সিখ্যা দিলে সেয়ে



বেৰন মেমে হেনৰিক
ইস্বৰৰ কথা সিকাইচে ।

এই; কেৱলে এজন সত্য ইস্বৰ আচে, তেৱেঁ সক-লোৰে স্রুজন পালন কর্ত্তা, আৰু সেই ইস্বৰেই ঐস্বর্জমই স্বৰগকো স্রুজন কৰিলে; জি মানুহে প্রিথিবিত থাকি তেঁওৰ সেৱা কৰি আচে, সিবি-লাকেই সেই থানলৈ জাব; আৰু দুষ্টবিলাকৰ কাৰনে ভয়ঙ্কৰ নৰকো স্রুজিলে। সুর্জ, চন্দ্র আৰু তৰাবিলাকো, তেঁওএই স্রুজা। ইয়াৰ পাচে তেঁও এই কথা সিকাই দিলে, “স্বৰগত থকা আৰু প্রিথিবিত থকা জি জি আচে, দ্রিস্য বা অদ্রিস্য সকলো তেঁওৰ দোআৰাই স্রুজন হৈ-চিল”। কলচিৰ ১ আধ্যা ১৬ পদ। কিন্তু জেতিয়া মেমে তাক এজন ইস্বৰৰ কথা সিখ্যা দিব খুজিলে, তাতে হেনৰিএ ইয়াকে বুজি বৰ খঙ্গ উঠি কলে বোলে, তুমি কেতিয়াও স্বৰুপ নো কোআ, কিয়নো মোৰ মাত্রিৰ এক ইস্বৰ, আৰু মোৰ বেহেৰাৰো এক ইস্বৰ, আৰু তাৰ বাহিৰেও আন আন অনেক ইস্বৰ আচে। হেনৰিএ ইয়াকে বুলি পিৰালিলৈ লৰি আহি, জিহকে জিহকে তেঁও তাৰ আগত কৈচিল সেই সকলো কথা বেহেৰাৰ আগত কৈ, তাৰ

আঁঠুৰ মাজত ৰহি থাকিল্হি । পাচে তেঁও তাৰ প্ৰমান চাবৰ নিমিত্তে, অতি সুন্দৰ নক্চা আৰু নতুন কিতাপ উলিয়াই আনিলে, তথাপি সেই দিনা লৰা তেঁওৰ ওচৰলৈ আৰু ন গল । পাচে ৰাতি তেঁও দুআৰ জঁপাই কোঁঠালিৰ মাজতে হেনৰিৰ কাৰনে ইস্বৰৰ আগত অনেক প্ৰাৰ্থনা কৰিলে; তাতে তেঁওৰ স্বৰগত থকা পিত্ৰি জি জনক প্ৰভু য়িচু খ্ৰিষ্টৰ নামেৰে প্ৰাৰ্থনা কৰিচিল, তেঁৱে সেই প্ৰাৰ্থনা সুনিলে । কিয়নো তাৰ পাচ দিনা, হেনৰিএ তাৰ আগৰ খঙ্গ পাহৰি, তেঁওৰ কোঁঠালিৰ ভিতৰলৈ ৰঙ্গ মনেৰে আহিল, আৰু তেতিয়াৰে পৰা তেঁও তাৰ আগত ধৰমৰ কথা ভাল ৰুপে কব পৰা হল, আৰু হেনৰিক আঁঠু কৰ্হাই, এনেকৈ প্ৰাৰ্থনা কৰালে, হে মোৰ ইস্বৰ, স্বৰুপ ধৰম বুজিবলৈ মোক গিয়ান দিওক । মেমে হিন্দুবিলাকৰ এটা মাটিৰ পুতলা অনাই, হেনৰিএ তাকে ভালকৈ বিচাৰ কৰি চাবলৈ কৈ, পুতলা মাটিতে পেলাই দিলে, তাতে সি ডোখৰ ডোখৰ হৈ ভাগি গল । তেতিয়া তেঁও হেনৰিক কলে



ব্রহ্মার মূর্ত্তি

বোলে, ই কেনে ইস্বৰ? ই আপোনাকে ৰাখিব নোআৰিলে, তেন্তে তোমাক কেনেকৈ ৰাখিব? তাক মাতা, আৰু উঠিবলৈ কোআ; তুমি দেখিচা সি লৰিব নোআৰে; মেমৰ কথা স্বৰুপ বুলি সেই সৰু লৰাই তেতিয়াৰে পৰা জানিলে।



~~~~~~~~

৩ আধ্যা।

ইয়াৰ পাচত কথা বাত্ৰাতে সেই মেমে হেনৰিক ইস্বৰৰ গুনৰ কথা কৈ তাক সিখ্যা দি কলে, ইস্বৰ আত্মা হই, সকলোতে বিয়াপি আচে, আৰু সৰ্বসক্তিমন্ত, সকলোকে দেখিব সুনিব পাৰে, আৰু তেঁও আমাৰ মনৰ সকলো গুপুত ভাবনাকো জানে; জি ভাল তাকে তেঁও প্ৰেম কৰে, কিন্তু জি বেয়া তাক তেঁও ঘিন
~~~~~~~~

কৰে । তেঁওৰ আদিও নাই, আৰু অন্তো নাই। ইস্বৰ কেৱল এজন, কিন্তু এজনেই তিনি জন, অৰ্থাত, পিত্রি, পুত্র, আৰু ধৰম আত্মাৰে প্ৰকাসিত, এই তিনিএ এজন হৈ, মানুহৰ নিমিত্তে নানা ভিন কৰম কৰে, এই কথা তেঁও লৰাক সিকালে ।

হেনৰিৰ সেই সময়ৰে পৰা ইস্বৰৰ কথা সুনিবলৈ আৰু সুধিবলৈ বৰ আনন্দ পালে; এই হেতুকে জেনেকৈ পৰম ইস্বৰে চই দিনৰ মাজত প্ৰিথিবিৰ সকলো বস্তু সৃজন কৰি এঁটাই, সাত দিনৰ দিনা আপোনাৰ সকলো কৰমৰ পৰা বিস্ৰাম কৰিলে; আৰু প্ৰথমতে পুৰুস এজন আৰু তিৰি এজনা পুন্যৱন্তকৈ সৃজন কৰিলে; কিন্তু তাৰ পাচত আমাৰ সেই আদি পিত্রি মাত্ৰিএ পাপ পুৰুসৰ ফান্দত পৰি নিসেধ ফল খালে, আৰু জেনেকৈ জগতত প্ৰথমতে পাপ সোমাল, তাতে আগৰ পুৰুস পাপি হল, আৰু আমি জি সিবিলাকৰ সন্তান, আমিও সেই কুস্বভাৱেৰে জনম ধৰি পাপি হলোহঁক, সেই সকলো কথা তেঁৱে বুজালে ।

তেতিয়া হেনৰিএ সুধিলে, পাপ নো কিহক বোলে? মেমে কলে, হে মোৰ প্ৰিয় লৰা, জিহতে ইস্বৰে অসন্তোস পাই সেয়ে পাপ। জদি তোমাৰ মাত্ৰিএ তোমাক কই, মোৰ কোঁঠালিলৈ আঁহা, নাইবা ইয়াকে কৰা, কিন্তু জদি তুমি তাকে নু সুনা আৰু ন কৰা, তেন্তে তোমাৰ ওপৰত তোমাৰ মাৰাই অসন্তোস ন কৰিব নে?

হেনৰিএ। হই, আমিও এনে বুজোঁ।

মেমে। আৰু জদি তোমাৰ বেহেৰাক তুমি কোআ, মোক বিচিবা, নাইবা পাল্‌কিত তুলি লৈ জা, সি জদি তাকে ন কৰে; নাইবা তুমি তাক কোআ, মোক এই বাটে লৈ জা, তাতে সি জদি আন বাটে লৈ জাই, তেন্তে তাৰ দোস ন হব নে?

হেনৰিএ। অৱস্যে হব।

মেমে। বাৰু, তুমি ইস্বৰৰ আগ্যাৰ বিৰোধে জিহকে কৰা তাতেই ইস্বৰ অসন্তোস হই, আৰু তোমাৰ পাপো হই। হেনৰিক মেমে পাপৰ গুন বুজাবলৈ তেতিয়ালৈকে দুখৰ বৰ

ভাৰ জেন পালে, কিয়নো সি ভাল বেয়া একো নু বুজে, মিচা কথা কলেও পাপ হই বুলি সি নে জানিচিলে, আৰু চুৰ কৰোঁতে ধৰা ন পৰিলে সি লাজ ন কৰে, এনে অসিখিত আচিল। আৰু জদি কোনোএ তাক দুখ দিএ, তেন্তে তাৰ প্ৰতি হিংসা কৰি দুখ দিলে তাত দোস নাই জেন জানিচিলে । কিন্তু দুই তিনি দিনৰ পাচে মেমে লৰাক এই কথা সুন্দৰ ৰূপে বুজাই দি, জেনেকৈ আমাৰ সকলোৰে চিত নষ্ট হৈচে তাকে সিখ্যা দিলে। আৰু জেতিয়াকৈলে সি ভাল ৰূপে কব পাৰিলে, তেতিয়াকৈলে পাচত লিখা সাস্ত্ৰৰ কথা তেঁও তাৰ মুখত আওৰোআলে । “কোনোএ বুজে নে নু বুজে, কোনোএ ইস্বৰক বিচাৰে নে নি বিচাৰে, ইয়াকে দেখিবলৈ ইস্বৰে স্বৰগত থাকি, মানুহৰ সন্তানবিলাকৰ ওপৰত দ্ৰিষ্টি কৰি চালে; সিহঁত সকলোএ উভতি আচে, সিহঁত সকলো একে লগে মলিন হল, কোনেও সজ কৰম ন কৰে, এজনেও ন কৰে”। দাৱিদৰ ১৪ গিত ২৩ পদ ।

পাচে তেঁও হেনৰিক বুজাই কলে, পাপ কৰিলে অনন্ত কাল দুখ ভোগ কৰিব লাগে, তাৰে প্ৰমানৰ নিমিত্তে অলপ দিনৰ মাজতে হেনৰিক এই দুটা পদ সিকালে; "অধৰমিবিলাক ইস্বৰৰ ৰাজ্যৰ ভাগি ন বহ" । প্ৰথম কৰিন্তি ৬ আধ্যা ৯ পদ । "জি সকল মানুহে আমাৰ আগ্যা ভাঙ্গিলে, সিইঁতৰ স সিইঁতে বাহিৰলৈ গৈ দেখিব; কিয়নো সিইঁতৰ পোক ন মৰিব, আৰু সিইঁতৰ জুইও নুমাই নে জাব, আৰু সিইঁত সকলো প্ৰানিৰ ঘিনোআ বস্তু হব" । য়িচায়া ৬৬ আধ্যা ২৪ পদ ।

মেম চাহাবে আৰু কলে, জগতৰ সকলো লোক আৰু তুমি আপুনিও পাপি হৈচা, পাপৰ সাস্তি অনন্ত নৰক; আপোনাকে ৰখ্যা কৰিবলৈ নিজ সক্তি একো নাই, আৰু জগতৰ কোনো বস্তু দি পাপৰ পৰা মুকুত হবও নোআৰে । সেই কথা বুজি হেনৰিএ অনেক বাৰ মেম চাহাবৰ ওচৰলৈ আহি অসন্তোস লাগি সুধিলে, মই পৰিত্ৰান কেনেকৈ পাম? কেনেকৈ মোৰ পাপৰ খেমা হব, আৰু মোৰ

মন বেয়া স্বভাৱৰ পৰা কিহেৰে পালটো-আ হব? তেতিয়া আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে জি জি কৰম পাপি লোক সকলোৰ নিমিত্তে কৰিচিল, তাকে মেমে বুজাই কলে, অৰ্থাত জেনেকৈ তেঁও ইস্বৰ হৈও, মানুহৰ আক্ৰিতি ধৰি, দুখ ভোগ কৰি, পৰিত্ৰানৰ উপাই দিলে; "তেঁও আত্মাতে নিৰ্দুসি কৰা হৈ দুতবিলাকৰ আগত দৰ্সন দিয়া, বিদেসি লোকৰ আগত কিৰ্তন হোআ, আৰু জগতৰ মাজত বিস্বাসৰ পাত্ৰ হৈ স্বৰগলৈ নিয়া হল"। প্ৰথম তিমথি ৩ আধ্যা ১৬ পদ। আৰু জি ৰুপে তেঁওৰ তেজৰ দোআৰাই আমি পৰিত্ৰান অৰ্থাত পাপ মোচন পাইচোঁ, আৰু তেঁওৰ পেৰেঙ্গনিত উলিওআ তেজৰ দো-আৰাই সকলোকে আপোনাৰে সৈতে মিল কৰিবলৈ তেঁওৰ আনন্দ আচিল। কলচিৰ ১ আধ্যা ১৪।২০ পদ।

সৰু হেনৰিএ ত্ৰান কৰ্তাৰ কথা সুনিলত, তেতিয়া অতিসই আনন্দ মন হল, আৰু ধৰম আত্মাৰ দোআৰাই তেঁওৰ ৰিদই প্ৰভুৰ প্ৰে-মেৰে পৰিপুৰ্ন হল, আৰু ত্ৰান কৰ্তাৰ আগ্যা

উলঙ্ঘন কৰাতে বৰ ভই হল, পাচত সি আপোনাৰ আচৰন, আৰু কথাতে সদাই সাৱধান হৈ আচিল। আৰু এই কৰম ভাল, কি সেই কৰম ভাল, আৰু ইয়াকে কৰিলে ইস্বৰে খঙ্গ কৰিব, কি ন কৰিব, সেই কথা বেলিএ বেলিএ মেমত সুধিচিল, এই ৰুপে কৰি তাৰ সকলো বেয়া আচাৰ বেৱহাৰ অলপ দিনৰ মাজতে এৰি পেলালে। হেনৰিএ কেতিয়াও বেয়া কথা ন কই; জেতিয়া আন কোনোএ বেয়া কথা কই, তেতিয়া সি অতিসই দুখ পাই। সি সকলো লোকে, সৈতে নম্ৰ আৰু দয়ালু ৰুপে কথা কই, আৰু আপোনাক চেলাম দিয়া দেখিলে, সি সৰু লোককো চেলাম কৰে। জদি কোনোএ তাক ৰুপ দিএ, তেন্তে



সেই ৰূপে ওমলা বস্তু নাইবা মিঠই নি কি-নে, কিন্তু তাক ভাঙ্গি, কনা, খোৰা আদি কৰি জিবিলাক দুখিয়া সিইঁতকহে দান কৰে।

---

৪ আধ্যা।

এদিন হেনৰিএ মেম চাহাবৰ খোঁটালিলৈ আহি, কিতাপৰ এটা চন্দুক মেলিবৰ দেখিলে। তাতে মেমে কলে, বোলে, হেনৰি আঁহা, মোৰ লগতে কিতাপ উলিওআ, আৰু ময়ে খোআ ঠাইলৈ আনা। সেই ৰূপে কৰমতে আকুল হৈ হেনৰিএ আপোনাৰ মন বৰ আনন্দিত হল, কিয়নো এই কৰম কৰি উপকাৰি হৈছোঁ বুলি জানিলে; তেতিয়া মেম চাহাবে কলে, এই সকলো কিতাপৰ বাহিৰে নানা বৰন আচে হই, আৰু কেতবোৰ ডাঙ্গৰ, কেতবোৰ সৰু হই; কিন্তু মাজত হলে একে, সকলো ইস্বৰৰ কথা। জদি তুমি এই কিতাপ পৰ্হা, আৰু ইস্বৰক সহাই লৈ ইয়াৰ আগ্যা মানা, তেন্তে তুমি স্বৰগলৈ জাবা, আৰু জতে

তোমাৰ প্ৰিয় ত্ৰান কৰ্ত্তা আচে, জি জনে তো-মাৰ পাপৰ কাৰনে আপোন প্ৰান এৰিচিলে, সেই ইশ্বৰৰ মেৰ পোআলিৰ সিংহাসনৰ ওপৰ তোমাক পোআই দিব ।

হেনৰিএ কলে, এনেকুআ এখন কিতাপ পা-বলৈ মই ইচা কৰোঁ । জদি কিতাপ এখন মোক দিয়া, মোৰ সকলো ওমলা বস্তু আৰু মোৰ সৰু গাঁৰিও তোমাক দিম ।

ইয়াকে সুনি মেমে হাঁহি কলে, হে মোৰ প্ৰিয় লৰা তোমাৰ গাঁৰি, আৰু তোমাৰ সক-লো ওমলা বস্তু তুমি ৰাখা, ইয়াৰ মাজত জি-খন কিতাপ ভাল পোআ তুমি তাকে লোআ ।

হেনৰিএ মেম চাহাবক সকলো মনে চিতে চেলাম কৰিলে, আৰু বেহেৰাক মাতি, কেঁচা নাইবা ৰঙ্গা চালেৰে বন্ধা কোনটো কিতাপ লবলৈ ভাল, ইয়াকে সুধি এটা ভাল চাই ললে । আৰু মেম চাহাবৰ পৰা এডোখৰ পাটৰ কাপৰ খুজি লৈ, সেই কিতাপ ভৰাই থবৰ কাৰনে এটা জোলোঙ্গা সিবলৈ দৰ্জ্জিক দিলে, আৰু সেই দিনাই সন্ধ্যা বেলা হেনৰি

মেম চাহাবৰ ওচৰলৈ আহি কলে, বোলে, ইয়াক পৰ্হিবলৈ মোক সিকোআ। তাতে সেই দিনাই সি পৰ্হিবলৈ আৰম্ভন কৰিলে, আৰু আদি পুথিৰ প্ৰথমৰ আধ্যা পৰ্হোতে তাৰ অনেক দিন গল, কিন্তু দুতিয় আধ্যা উজু পালে, আৰু ত্ৰিতিয় আধ্যা তাতকৈও উজু হল। পাচে লাহে লাহে সি প্ৰায়ে সকলো আধ্যা স্ৰম নো হোআকৈ পৰ্হিব পাৰিলে। মেম চাহাবেও আপোনাৰ উতম কৰমৰ ফল দেখিবলৈ পাই, আনন্দেৰে ইস্বৰৰ অনুগ্ৰহ সৈ কাৰ্হি স্তুতি কৰিলে; কিয়নো তেঁও এটা পিত্ৰি হিন লৰাক ডেৰ বচৰৰ মাজতে দেও পুজকৰ ভাগুনাৰ আৰু এন্ধাৰৰ পৰা পালটাই, খ্ৰিষ্টিয়ানৰ স্বৰূপ মত জি কেৱল পৰিত্ৰানৰ নিচই পথ ইয়াকো দেখালে। তেঁও তাৰ হাতত ধৰম পুথি দি, তাক পৰ্হিবলৈকো সিকালে, আৰু পৰম ইস্বৰে বিসেস ৰূপে সেই লৰাৰ নিমিতে তেঁওৰ সকলো প্ৰাৰ্থনা সুনিচিল।

হেনৰিৰ ওচৰৰ পৰা মেম চাহাব বিদাই হৈ জোআ দিন ওচৰ চপাৰ কাৰনে তেঁওৰ



হেনৰিএ ধৰম সাস্ত্র পৰ্হিচে ।

মনত অতি দুখ হৈছিল; আৰু তেঁওৰ জোআৰ অলপ দিনৰ আগেএ জি কথা তাক সিকাইচিল তাৰ কাৰন সুধিলে, আৰু পাৰে মানে ধৰম পুথিৰ পৰা উতৰ দিবলৈ কলে।

মেম চাহাবে প্ৰথমে সোধা কথা এই; ইস্বৰ কেই জন আচে?

হে। কেৱল এজন ইস্বৰ, তেঁওত বাজে ইস্বৰ নাই। মাৰ্কে লিখা ১২ আধ্যাৰ ৩২ পদ।

মে। সেই এজন ইস্বৰকে জে তিনি জন বোলে, ইয়াকে তুমি বিস্বাস কৰা নে?

হে। স্বৰগে প্ৰমান দিওতা জি তিনি জন আচে, পিত্ৰি, আৰু বাক্য, আৰু পবিত্ৰ আত্মা, এই তিনি জনেই এজন। য়োহানৰ প্ৰথম পত্ৰ ৫ আধ্যাৰ ৭ পদ।

মে। বাক্য, এই সব্দৰ অৰ্থ কি?

হে। বাক্যেই প্ৰভু য়িচু খ্ৰিষ্ট।

মে। ইয়াকে তুমি ধৰম পুথিৰ পৰা সিকিচা নে?

হে । হই, কিয়নো য়োহানে আপোনাৰ সুভ বাত্ৰা প্ৰথম আধ্যাৰ প্ৰথম পদত কৈচে; "আদিতে বাক্য আচিল, বাক্য ইস্বৰে সৈতে আচিল, আৰু বাক্যেই আপুনি ইস্বৰ"; তেঁৱে জগতৰ মাজত থাকিল, আৰু তেঁওৰ দোআৰাই জগত স্ৰুজন হৈচিল, কিন্তু জগতে তেঁওক নে জানিলে ।

মে । ইস্বৰে মানুহক আদিতে নিস্পাপিকৈ স্ৰুজন কৰিলে নে ?

হে । হই কৰিলে, কিয়নো আদি পুথিৰ প্ৰথম আধ্যাৰ সেস পদত লিখা আচে; "ইস্বৰে জিহকে স্ৰুজন কৰিচিল, সেই সকলোৰে ওপৰত দ্ৰিষ্টি কৰি চালে, আৰু দেখিলে সেয়ে উতম" ।

মে । এতিয়া সকলো মানুহ নিস্পাপি হৈয়ে আচে নে, আৰু মোক এনে এটা মানুহ দেখাব পাৰা নে?

হে । ধৰম পুথিৰ পৰা এই কথাৰ উতৰ দিবলৈ প্ৰয়োজন নাই; কিন্তু তোমাৰ লগত পাল্‌কিত উঠি বজাৰলৈ গৈ, সকলো মানুহক দেখাবলৈ মোৰ উচিত হই; আমি

নিচয়ে জানোঁ। নিষ্পাপি মানুহ এটাও তাত নাই।

মে। কিন্তু মই বুজিচোঁ মানুহৰ স্বভাও বেয়া হোআৰ প্ৰমান দেখিবৰ কাৰনে বজাৰলৈ জাবৰ একো প্ৰয়োজন নাই। তুমি ঘৰতে থাকি ইয়াৰ প্ৰমান দিব নোআৰা নে?

হে। কাৰ কথা কৈচা? আমাৰ চাকৰ-বিলাক নে? নাইবা জি মেম চাহাববিলাকে মোৰ আইৰ লগত পকি ঘৰৰ নিচাঙ্গত বহি আচে? ভাত খাবৰ বেলিত সিহঁতেও ধৰম পুথিৰ কাৰনে হাঁহিচিল, জি নিমিত্তে সিহঁতে হাঁহিচিলে তাকো মই জানিচোঁ। মোৰ আইকো হাঁহিচিল। ইয়াতে মই বুজিলোঁ, সিহঁতক কোনেও নিষ্পাপি বুলি কব নোআৰে।

মে। ন হই মোৰ প্ৰিয় লৰা সেই মেম-বিলাক ধৰমি ন হই; জদি হই বুলি কঁও তেন্তে মই তোমাক ভুলাওহে। নে দেখাত সিহঁতৰ কাৰনে বেয়া কলেও, ভাল ন হব, এই হেতুকে সিহঁতৰ কাৰনে কোনো কথা ন কৈ, ইস্বৰে সিহঁতৰ মন জেন পালটাই,

উতম ৰুপে তেঁওৰ ওচৰত প্ৰাৰ্থনা কৰা উচিত। কিন্তু মই সোধাৰ উতৰ দিবৰ নিমিত্তে বহা খোঁটালিৰ ইমান দুৰৈলৈ জাবৰো প্ৰয়োজন নাই। এই খোঁটালিৰ মাজতে হেনৰি নামেৰে এটি সৰু লৰা আচে, তাকে ভাল লৰা বোলা হব পাৰে নে? দুই তিনি মাহৰ আগৈএ সেই সৰু লৰাই নিতৌ নিতৌ মিচা কথা কৈচিল, আৰু কালি ঘোঁৰা চোআৰ ওপৰত খঙ্গ কৰা দেখিচোঁ, কিয়নো সি তাক ঘোঁৰাৰ ওপৰত উঠিবলৈ নি দিলে। মই ঠিককৈ নে জানোঁ, কিন্তু সি ঘোঁৰা চোআক এবেলি দুবেলি মাৰিলে হবলা।

হে। মই জানিচোঁ এইটো অতি বেয়া কৰিলোঁ, কিন্তু মোৰ হাতত একো মাৰি নাই কিচিল, এই কাৰনে মই তাক দুখ দিয়া নাই বুলি আসা কৰোঁ। পুনৰাই এনে কৰম ন কৰিবলৈ ইশ্বৰে মোক সক্তি দিওক মোৰ টকাৰ জি বাকি পইচা আচিল, তাকে আজি ৰাতি পুআই ঘোঁৰা চোআক দিলোঁ, আৰু মোৰ দাই তাৰ আগতে সৈ কাৰ্হিলোঁ।

মে । হে মোৰ প্ৰিয়, মই সোধাৰ উত্তৰ কত পোআ হব, তুমি ইয়াক জানিবৰ নিমিত্তে মই এই কথা কলোঁ ।

হে । মই ভাল ন হঁও বুলি জানোঁ, অনেক অনেক বেয়া কৰম কৰিলোঁ, জিহকে কেৱে নে জানে আৰু বচিও নে জানে । কেৱলে ইস্বৰেহে মোৰ ৰিদয়ৰ দুষ্ট স্বভাও জানে ।

মে । তেনে হলে তুমি পাপি বুলি জানিচা?

হে । হই, মই অতি বৰ পাপি ।

মে । পাপিবিলাক মৰি, কলৈ জাই?

হে । দুষ্ট লোকবিলাক, জিবিলাকে ইস্বৰক পাহৰি আচে সিহঁতক নৰকত পেলোআ জাব, জেনেকৈ দায়ুদৰ ৯ গিতৰ ১৭ পদত লিখা আচে ।

মে । জদি পাপিবিলাক নৰকলৈ জাই, তে-নে হলে তোমাৰ ৰখ্যা কেনেকৈ হব?

হে । জদি মই প্ৰভু য়িচু খ্ৰিষ্টতে বিস্বাস কৰোঁ, তেন্তে মোৰ নিচয়ে পৰিত্ৰান হব । খন্তেক মান ৰবা,'এই কথাৰ মই তোমাক সাস্ত্ৰৰ

পদ এটা দেখাঁও । পাঁচনিবিলাকে কৰা কৰমৰ ১৬ আধ্যাৰ ৩১ পদ ।

মে । কি? য়িচু খ্রিষ্টত বিস্বাস কৰিলে তোমাৰ সকলো পাপে সৈতে তুমি স্বৰগত সোমাব পাৰিবা নে? পাপিবিলাক স্বৰগলৈ জাব পাৰে নে?

হে । ন হই সিইঁতে কেতিয়াও নোআৰে। ই্স্বৰে পাপিবিলাকৰ লগত নিবাস ন কৰে । তেঁওৰ চকু অতি নির্মল, এই কাৰনে তেঁও পাপ দেখিব নোআৰে । হবাককৰ ১ আধ্যাৰ ১৩ পদ । জদি য়িচু খ্রিষ্টত বিস্বাস কৰোঁ তেন্তে তেঁও আমাৰ সকলো পাপ মোচন কৰিব, কিয়নো তেঁওৰ তেজে আমাক সকলো পাপৰ পৰা নির্মল কৰে । য়োহানৰ প্রথম পত্রৰ ১ আধ্যাৰ ৭ পদ । তেঁও মোক ন মন দি, মোক ন সৃজন কৰিব, আৰু জেনেকৈ তেঁও পবিত্র আচে, তেনেকৈ ময়ো পবিত্র হম । য়োহানৰ প্রথম পত্রৰ ৩ আধ্যা ৩ পদ ।

মেমে হেনৰিৰ এই উত্তৰ সুনিলত বৰ

সন্তোস হল, ইস্বৰে এই সৰু লৰাৰ কাৰনে তাৰ জি কৰম তাতো আসির্বাদ কৰি আচে দেখি, তেঁওক স্তুতি ধন্যবাদ কৰিলে। কিন্তু পাচে জানো হেনৰিৰ অহঙ্কাৰ হই, এই নিমিতে তাক প্রসংসা ন কৰিলে; কিয়নো মেম চাহাবে জানিচিল পৰম ইস্বৰে অহঙ্কাৰি মানুহবিলাকক দুৰ কৰে, কিন্তু নম্র মনেৰে লোকবিলাকক অনুগ্ৰহ কৰে। য়াকোবৰ পত্রৰ ৪ আধ্যাৰ ৬ পদ। এই নিমিতে হেনৰিক প্রসংসা ন কৰি সুধিলে, হে মোৰ প্রিয় লৰা, ন স্রিষ্টি হোআৰ অর্থ কি?

হে। আগৈএ জেতিয়া মই প্রভু য়িচু খ্রিষ্টক নে জানিচিলোঁ, তেতিয়া কেৱলে বেয়া কথা ভাবি আচিলোঁ, আৰু মই আপোনাকে আন লোকতকৈ অধিক প্রেম কৰিচিলোঁ। আৰু মিঠই, গচৰ গুটি খাবলৈ মই বৰ লুভিয়া আচিলোঁ, এই সোআদ বস্তুৰ এগাল পাবৰ নিমিতে এস মিচা কথা কলোঁহেঁতেন। তেতিয়া মই অহঙ্কাৰি আৰু খঙ্গাল আচিলোঁ; কোনোএ জদি মোক চেলাম কৰি চাহাব বুলি

মাতে, তেতিয়া মই বৰ সন্তোস পাইচিলোঁ, আৰু সৰু সৰু জিৱবিলাকলৈ, আৰু ফৰিঙ্গ, পঁইতা চোৰাবিলাকলৈ মই কিমান নির্দয়া আচিলোঁ, তাক আপুনি নে জানে। জেতিয়া মই সেইবিলাক ধৰিব পাৰিচিলোঁ, তেতিয়া মই আপুনি সন্তোস পাবৰ নিমিতে সিহঁতক মাৰি পেলাইচিলোঁ। কিন্তু এতিয়া মই বুজিচোঁ, মোৰ মন অলপ মান পালটিচে। কিয়নো মোৰ কালি অনা সকলো মিঠই মই এটা দুখিয়া লৰাকহে দিলোঁ। এতিয়াও মোৰ মন সুধ ন হই, কিন্তু পৰম ইস্বৰৰ ইচা হলে, তেঁও তাক সুধ আৰু নির্মল কৰিব পাৰে।

মেম চাহাব। হে মোৰ প্রিয় লৰা, ইস্বৰে জেন তোমাৰ মন সুধ আৰু নির্মল কৰি, আপোনাৰ ধৰম আত্মাক তোমাৰ ৰিদয়লৈ পঠাব, আৰু তোমাৰ সকলো কার্জতো তেঁও জেন তোমাক ধৰম পথ দেখাই তাতে তোমাক চলাব, এই নিমিতে নিতৌ নিতৌ প্রার্থনা কৰা। দিনৰ মাজতো অনেক বেলি, আৰু

ৰাতি জিমান বেলি সাৰ পাই থাকা, তে-
তিয়াও প্ৰাৰ্থনা কৰা তোমাৰ উচিত হই। হে
মোৰ প্ৰিয় লৰা, জিবিলাকে প্ৰভু য়িচু খ্ৰিষ্টক
প্ৰেম কৰে সিবিলাকেই ধন্য, কিয়নো সত্য
আত্মা সিইঁতলৈ প্ৰকাস হব; আৰু সিইঁতৰ
লগতে বাস কৰিব, আৰু সিইঁতৰ ভিতৰতো
থাকিব। য়োহানে লিখা ১৪ আধ্যাৰ ১৭
পদ।

তেতিয়া মেম চাহাবে আপোনাৰ খোঁটালিৰ
দুআৰ জঁপাই, তেঁও আৰু সেই সৰু লৰা
দুয়ো আঁঠু কাৰ্হি, ইস্বৰৰ ওচৰত প্ৰাৰ্থনা
কৰিলে, জেন পৰম ইস্বৰে আপোনাৰ প্ৰিয়
পুত্ৰৰ নিমিত্তে এই লৰাৰ ভিতৰত নিৰ্মল মন
স্রুজন কৰে, আৰু সুধ আত্মা তাৰ মাজত থাপ-
না কৰে। দাৱিদৰ ৫১ গিত ১০ পদ। পাচে
মেম চাহাবে আঁঠু পৰাৰ পৰা উঠি, চকুৰ
পানিৰে পুৰ হৈ, হেনিৰিক চুমা দি কলে,
বোলে, অলপ দিনৰ মাজতে মই তোমাক এৰি
জাব লাগিব।

হেনৰিএ এই কথা সুনি, প্ৰথমে একো

মাতিবই নোআৰিলে, তাৰ পাচে সি ক্রন্দন কৰি বুলিলে, তুমি গলে মই কি কৰিম? অকল মোৰ বেহেৰাই সৈতেহে কথা বাত্রা কবলৈ হব, কিয়নো মোৰ আয়ে মোক ভাল নে পাই, আৰু চাকৰবিলাকৰ লগত সদাই থাকিম, ইস্বৰৰ বিসয়ৰ কথা আৰু কোনেও কঁওতা ন হব। হাই, হাই, মোৰ ভই লাগে, জানো পাচে মই পুনৰ্বাৰ বেয়া লৰা হম।

মেমে কলে, হে মোৰ প্রিয় লৰা, ইস্বৰে সক্তি দিব, একো ভই ন কৰিবা। কিয়নো জেতিয়া আমাৰ প্রভুএ আপোনাৰ সিস্যবিলা-কৰ পৰা বিদাই লৈচিল, তেতিয়া তেঁও এই দৰে কলে বোলে, "মই তোমোলাকক অনাথ-কৈ এৰি নে জাঁও, মই তোমোলাকৰ ওচৰলৈ আহিম"। য়োহানে লিখা ১৪ আধ্যাৰ ১৮ পদ। হে মোৰ লৰা, জেতিয়া প্রভুএ তোমাৰ কাৰনে আপোনাকে প্রকাস কৰিলে, আৰু তোমাক আপোনাৰ তোলনিয়া পুত্র কৰি ললে, ইয়াৰ পাচত তোমাক অনাথকৈ এৰিব

বুলি তুমি ভাবিচা নে? তেঁও সর্বনাসৰ, অর্থাত নৰকৰ পথৰ পৰা তোমাক মাতিচে, ইয়াতে তেঁওৰ কিমান বৰ অনুগ্ৰহ গুনি চোআ। আগৈএ তুমি কোনো মতে তেঁওৰ পবিত্ৰ নামকে নে জানিচিলা, আৰু তুমি দেও পুজকবিলাকৰ মাজত আচিলা, কিন্তু তেঁওৰ অনুগ্ৰহতে মই এই ঠাইলৈ আহি এতে দিন থাকিলোঁ, আৰু তোমাক চেনেহ কৰি সিখ্যা দিবলৈ কাৰ্বাৰ কৰিলোঁ, আৰু এখন ধৰম পুথিকো তোমাক দিলোঁ। জি জনে তোমাক নিমন্ত্ৰন কৰিচে তেঁৱে বিস্বাসি; আৰু প্ৰভু য়িচু খ্ৰিষ্টৰ অহা দিনলৈকে তোমাৰ আত্মা, প্ৰান, আৰু সৰিল তেঁৱে নিৰ্দোসি ৰুপে ৰাখিব। থেচলনিকিলৈ লিখা প্ৰথম পত্ৰৰ ৫ আধ্যা ২৩। ২৪ পদ। তাৰ পাচত মেম চাহাবে গিতৰ এটি পদ হেনৰিৰ আগত গান কৰিলে। সেই গিত মেমে গলত পাচে হেনৰিএ সদাই পৰ্হিচিল, আৰু গান কৰিবলৈকো কাৰ্বাৰ কৰিচিল।

জেতিয়া মই মেৰ ৰখিয়াক এৰি,
ভ্ৰুমিলোঁ ঘোৰ এন্ধাৰত;

তেতিয়া য়িচু দায়া কৰি,
ৰখ্যক হৈছিল আপদত।
আপোন তেজ অমুল্য দিয়া,
মোক তৰালে পাপি জন;
ধন্য প্ৰভু, ধন্য, তুমি,
কৰিম সদাই স্তুতি গান।

মেম চাহাব জাবৰ আগেএ, হেনৰিএ সৈতে জিমান কথা বাত্ৰা হৈছিল, সেই সকলো লিখিবলৈ মোৰ আহৰি নাই। মেম চাহাবে বিদাই লোআ দিনা হেনৰিএ অধিক ক্ৰন্দন কৰিলে, আৰু তেঁওৰ লগতে নদিৰ পাৰলৈকে গল; কিয়নো মেম চাহাব বৰ্হম্পাৰ নগৰলৈ জাব লগা হল, আৰু সেই ঠাই পাই, বাৰন নামেৰে এজন ধৰমি চাহাবে সৈতে বিবাহ হল। আৰু মেম চাহাবকো বিদাই লবলৈ হেনৰিএ বজৰা নাৱৰ ওচৰলৈকে গল। মেমেও তাক অনেক বেলি চুমা দিলে, আৰু বেহেৰাক চাৰি টকা বক্‌চিচ্‌ দি কলে, আপোনাৰ সৰু চাহাবক ভালকৈ প্ৰতিপালন কৰিব। হেনৰিএ সৈতে হোআ মেমৰ সেসৰ কথ

প্ৰায়ে এই ; হে মোৰ প্ৰিয় লৰা, বচিও জেন খ্ৰিষ্টিয়ান হব, তাৰ জেন দেও পুজা কৰাবিলাকৰ মাজত লেখ ন হৈ, সত্য ইস্বৰৰ সন্তানবিলাকৰ মাজত লেখা হব, এই কাৰনে ইস্বৰৰ অনুগ্ৰহলৈ তুমি কাৰ্বাৰ কৰিব লাগিব ।

জেতিয়া নাৱৰ পাল তুলিবলৈ সকলো জুগুত হল, তেতিয়া হেনৰিএ মেমত সেস বিদাই লৈল, বামলৈ আহি, এজোপা বৰ গচৰ তলৰ চাঁতে থিয় হৈ ৰল, আৰু গঙ্গা বহল নদিৰ ওপৰত নাও অতি দুৰ হৈ নে দেখা ন হল মানে, তালৈকে চাই আচিল । তেতিয়া বেহেৰাই হেনৰিক কোলাত লৈ তাৰ মাকৰ ঘৰলৈ আনিলে, আৰু সেই দিনৰে পৰা তাৰ মাকে আগৰ দৰে, অৰ্থাত সেই সজ স্বভাৱেৰে মেম চাহাব আহিবৰ আগৈএ জেনে হেনৰিৰ কাৰনে একো চিন্তা ন কৰিচিল, সেই ৰূপে এতিয়াও ন কৰিলে । কিন্তু সি আগৈএ সত্য ইস্বৰৰ নামো নে জানিচিল, এতিয়া তেঁওৰ ধৰম পুথিকো পৰ্হিব পাৰিলে । এই অনুগ্ৰহৰ নিমিত্তে,

সি অনন্ত কাললৈকে ইস্বৰৰ নাম ধন্যবাদ কৰিব, এয়ে আমাৰ নিচয়ে বিস্বাস হৈচে।

কোনো সময়ত হেনৰিৰ মাকে আপোনাৰে সৈতে তাক ভোজন কৰিবলৈ দিএ, কিন্তু তেঁও ভোজন কৰি এঁটালেই, ধোঁআ খোআ খাবলৈ ধৰে, আৰু লগৰ মানুহবিলাকেও খাই। সেই বেলিত ভাল উচিত একো কথা বাত্ৰা নু সুনি, কেৱল বাটি, কাঁহি, কটাৰি, কঁটা, বিচনি, ধোঁআ খোআ এইবোৰৰহে সবদ সুনে। ইয়াৰ বাহিৰেও তাৰ মাকে চাকৰবিলাকক সিহঁতৰ ভাসাৰে, গালি সপনি পাৰে, এই কাৰনে ভোজনৰ বেলিত হেনৰিৰ একো আনন্দ নাই কিয়া হল।

এই কাৰনে হেনৰিএ আপোনাৰ বেহেৰাৰ বাহিৰে আন কাকো লগৰিয়া ভাল নে পাই, আনৰ কথাতো একো সন্তোস ন হৈ, কেৱল আপোনাৰ বেহেৰাই সৈতে সৰু খোঁটালিত বহি, ধৰম পুথি পৰ্হি, আনন্দ মনেৰে সন্তোস হৈ থাকে।

মেম চাহাবে সেসত কৈ জোআ কথা,



হেনৰিএ প্ৰাৰ্থনা কৰিচে।

অর্থাত বচিক খ্রিষ্টিয়ান ধৰম সিকাবলৈ কাৰ্বাৰ কৰা, সেয়ে হেনৰিৰ মনত পৰিল। কিন্তু এই কৰম আৰম্ভন কৰিবলৈ সি ভাল ৰূপে নে জানিচিল, আৰু বেহেৰাই অগিয়ানৰ দৰে অচেতন অনৰ্থক মুৰ্তি পুজা কৰিবলৈ বৰ ইচা, তাৰ গুৰুৰ খঙ্গলৈকো বৰ ভই কৰিচিল; ইয়াকে ভাবি হেনৰিএও জানিলে তাৰ মন কেৱল ইস্বৰৰ সক্তিয়েহে পালটাব পাৰে, কিয়নো কোনো মানুহে ইস্বৰৰ পৰা উপকাৰ নে পালে, তেঁওৰ ওচৰলৈ আহিব নোআৰে। হেনৰিএ এই কথা ভালকৈ বুজিলে, কিন্তু জি উপায়েৰে আমি আপোনাৰ ওচৰ চুবুৰিয়াবিলাকক তেঁওৰ ওচৰলৈ আনিব পাৰোঁ, সেই সকলো উপাই ইস্বৰে থাপন কৰিচে; আমি ভক্তি কৰি আৰু নম্র মন ৰাখি, এই সকলো উপায়েৰে কাৰ্বাৰ কৰা আমাৰ উচিত; আৰু ইস্বৰে জেন আসির্বাদ দি, সেই সকলো কাৰ্বাৰ ফলৱন্ত কৰে, এই কাৰনে প্ৰাৰ্থনা কৰাও উচিত।

পাচে হেনৰিএ প্ৰাৰ্থনাৰে এই কৰম আৰম্ভন কৰিলে; সি অলপ বেলি ভাবি এই

দৰে এটা প্ৰাৰ্থনা কৰিলে; হে প্ৰভু পৰম ইস্বৰ, পাতকি, দুখিয়া, সৰু লৰাৰ অলপ প্ৰাৰ্থনা সুনা। হে ইস্বৰ, তোমাৰ পুত্ৰ জি আমাৰ কাৰনে পেৰেঙ্গনিৰ ওপৰত প্ৰান এৰিলে, তেঁওৰ নিমিত্তে মোৰ প্ৰিয় বেহেৰাৰ মন অচেতন অনৰ্থক মুৰ্ত্তিৰ পুজাৰ পৰা জেন মই পালটাব পাৰোঁ, আৰু প্ৰভু য়িচু খ্ৰিষ্টৰ পেৰেঙ্গনি বৈ, তাক তেঁওৰ পাচে জোআ জেন কৰিব পাৰোঁ, এনে সক্তি মোক দিয়া। এই ৰুপে দিনে ৰাতিএ সি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে; আৰু সি অনেক বেলি বেহেৰাই সৈতে কথা বাত্ৰা হৈ, জি জি উতম কথা মেম চাহাবে তাক সিকাইচিল, সেই সকলোকে বেহেৰাক বুজালে। বেহেৰায়ো হেনৰিৰ কথা ভালকৈ সুনিচিল, তথাপি সেই সকল কথালৈ মন নিদিলে, কিয়নো এই কথাত বেহেৰাই এনেকৈ বাদ বিচাৰ কৰি কৈচিল, বোলে, অনেক অনেক জুৰি, নৈ আচে হই, তথাপি সকলো সাগৰতহে মিল জাইগৈ; সেই ৰুপে এই প্ৰিথিবিত অনেক অনেক মতৰ ধৰম আচে, কিন্তু সক-

লোএ স্বৰগলৈ জোআ বাট দেখাই । মচলমান-বিলাকৰ মত, আৰু হিন্দুবিলাকৰ মত, আৰু খ্রিষ্টিয়ানবিলাকৰ মত, এই সকলো মতেই স্বৰগলৈ নিয়াই, আৰু সকলো মত ভালো । বেহেৰাই আৰু কলে, বোলে, জদি মই মহা পাপ কৰি গঙ্গাত স্নান কৰোঁগৈ, তেন্তে তেতিয়াই নিষ্পাপি হম; এই ৰূপে অনেক অনেক অনৰ্থক কথা কৈ থকাত, কেতিয়াবা হেনৰিএ উতৰ দিবই নোআৰিচিলে । কিন্তু হেনৰিএ আপোনাৰ থিৰ কৰা কৰমলৈ বৰ চিন্তা কৰিচিল; জদি বেহেৰাই কেতিয়াবা তাক উতৰ দিব নোঅৰাকে কৰে, তথাপি সি ইস্বৰৰ ওচৰত প্ৰাৰ্থনা কৰি, আৰু ধৰম পুথি পৰ্হি এঁটাই, আকও সেই কথাত বাদ বিচাৰ কৰেহি । কোনো কোনো সময়ত হেনৰিএ বেহেৰাৰ গাতে পৰি তাৰ মুখলৈ চাই কই, অস্! প্ৰিয় বেহেৰা, তুমি ওলটা বাটে চলিচা, তোমাক জি পোন বাটে মই নিব খোজোঁ তালৈ তুমি ইচা ন কৰা । পৰিত্ৰানৰ অকল এটা বাট আচে, সেয়ে আমাৰ ত্ৰান কৰ্তা প্ৰভু য়িচু

খ্রিষ্ট। তেঁৱে স্বৰগৰ পথ, জদি কোনো মানুহে সেই পথে দি নে জাই, তেন্তে সি পিত্রি ইস্বৰৰ ওচৰলৈ জাব নোআৰে। য়োহানে লিখা ১৪ আধ্যাৰ ৬ পদ। তাৰ পাচত য়িচু খ্রিষ্টেই কোন, আৰু তেঁও জেনেকৈ প্রিথিবিলৈ আহি মানুহৰ ৰুপ ধৰি, সিবিলাকৰ পাপৰ নিমিত্তে পেৰেঙ্গনিৰ জাতনা ভোগ কৰি প্রান এৰি দিলে, আৰু মৈদামত সয়ন কৰি, তিন দিনৰ দিনা ম্রিত্যুক জিনি উঠি স্বৰগলৈ গল, এতিয়া ইস্বৰৰ সোঁ হাতে বহি আচে, আৰু তাৰ পৰা নামি, পুনৰ্বাৰ জিয়াই থকা মৰা লোকবিলাকৰ সোধ কৰিবলৈ আহিব, এই সকলো কথা বেহেৰাক বুজাবলৈ হেনৰিএ কাৰ্বাৰ কৰিলে।

এই ৰুপে হেনৰিৰ কথা বাত্রা নিতৌ নিতৌ বাৰ্হিব ধৰিলে, কিন্তু বচিএ তাৰ কথাত প্রায়ে এফেৰিও মন নি দিএ, আৰু কেতিয়াবা কেতিয়াবা সি হাঁহি হেনৰিক কই, বোলে, এই অলপ কথাৰ নিমিত্তে তুমি কিয় ইমান চিন্তা কৰা? কিন্তু বেহেৰাই আপোনাৰ

সৰু চাহাবক কেতিয়াও খঙ্গ বা অনাদৰ ন কৰে ।



~~~~~~~~~

৫ আধ্যা

তাৰ পাচত হেনৰিৰ মাক কলিকতালৈ জাব লগিয়া হোআত, হেনৰি আৰু তাৰ বেহেৰাকো আপোনাৰ লগত নারতে ললে । তেতিয়া হেনৰিৰ নৰিয়া হৈচিল, তাতে তেঁও ভাবিলে, কি জানি বতাহ্ পালে তাৰ উপকাৰ হব পাৰে । সেই সময়ত বাৰিখাৰ সেস হৈচিল; আৰু হিন্দু দেসবিলাক নতুন বন,
~~~~~~~~~

আৰু গচৰ পাত ফুলেৰে সোভিত আচিল, দেখিবলৈকো বৰ সুন্দৰ, কিন্তু সৰিলতহে একো স্বস্ত দিয়া কাল ন হই। সন্ধিয়া বেলা লঙ্গৰ পেলাই নাও বান্ধিলেই, হেনৰিএ আপোনাৰ বেহেৰাৰ লগত ফুৰিবলৈ জাই, আৰু কোনো কোনো সময়ত নৈৰ পাৰৰ পৰা আদ ক্রোচ মান দুৰ হৈ গাঁৱত আৰু পথাৰত ফুৰেগৈ। হেনৰিএ তেতিয়ালৈকে একে ঠাইতে নিবাস কৰি আচিল, এই কাৰনে নতুন গাঁও আৰু দেস দেখি তাৰ অতিসই আনন্দ হল; আৰু নানা বস্তু দেখি তাৰ কাৰন সুধি, বেহেৰাই সৈতে ফুৰোঁতে পৰম ইস্বৰ স্রিষ্টি কর্তাৰ কথাত অনেক বাদ বিচাৰ কৰিচিল। আৰু হেনৰিএ বেহেৰাক কলে, বোলে, জি পৰম ইস্বৰে এই সকলো বস্তু স্রুজন কৰিলে, তেঁও তোমোলাকৰ দেৱতাবিলাকৰ দৰে হব নোআৰে; কিয়নো তুমি আপুনি কোআ কথাৰ দৰে সিহঁত অতি বেয়া মানুহবিলাকতকৈও দুষ্ট আৰু অগিয়ানি।

কোনো এক সময়ত ৰাজমহল পর্বতৰ ওচ-

ৰত থকা এখন্ সুন্দৰ ঠাইত হেনৰি আৰু তাৰ বেহেৰাই ফুৰিবলৈ গল। কিন্তু হেনৰিৰ মাকে সেই দিনা হেনৰিৰ ওপৰত খঙ্গ কৰিচিলে; এই কাৰনে হেনৰিএ নৰিয়া হৈও তাক প্ৰকাসকৈ ন কলে, কিন্তু নাৱৰ পৰা নামিলত তাৰ বৰ আনন্দ হল। বেলি মাৰ জোআ সময়ত অলপ চেঁচা বতাহ গঙ্গা নৈৰ ওপৰৰ পৰা আহিলত হেনৰিএ কিচু সক্তি পাই, সৰু পৰ্ব্বতৰ ওপৰলৈ গৈ এটা মৈদামৰ ওচৰত বহিল, আৰু চাৰিও ফালে থকা উতম উতম সোভিত থানবোৰ দেখি, বৰ আচৰিত মানি আনন্দিত হল। সিইঁতৰ বাঁও ফালে গঙ্গাৰ বহল সুঁতি ৰাজ্মহল পৰ্বতলৈকে বেঁকা বেঁকিকৈ বৈ গৈচিল; তাতে আপোনাৰ সুন্দৰ ৰঙ্গ দিয়া নাও, আৰু আন আন সৰু হোলোঙ্গ নাও বন্ধা আচিল। তেতিয়া চাকৰবিলাক, আৰু নাৱৰ মলা মাজিবিলাকো সকলোএ আপোনাৰ দিনৰ কৰম কৰি এঁটাই, খাবলৈ কাৰ্বাৰ কৰিব ধৰিলে; আৰু আপোন আপোন জাতৰ দৰে বেলেগে বেলেগে বহিল।

সিইঁতৰ মাজৰ কোনোএ মচলা বাটিবলৈ, কোনোএ জুই জলাবলৈ, কোনোএ লোটা বাটি ঘঁহিবলৈ ধৰিলে, আৰু তাৰে কেতবোৰ মানুহে মাটিতে বহি ধঁপাত খাবলৈ ধৰিলে। সিইঁতৰ আগতে দখিন ফালে অনেক সহৰ খেতি, আৰু উতম উতম বাৰি, তাল গচ, কলাৰ গচ, আৰু সৰু সৰু ঘৰ, এই সকলোবোৰ সোভিত ৰুপে আছিল। তাৰ কিচু দুৰৈতে ৰাজ্মহল পৰ্বত, তাৰ কোনো কোনো টিঙ্গত প্ৰায়ে গচ গচনি নাই কিয়া, আৰু আন কোনো পৰ্বত আচে, তাত হলে গচ গচনিৰে ঢকা হৈচিল, তাৰ মাজত এতিয়ালৈকে বনৰিয়া বৰা, বাঘ, গঁৰ আদি জন্তুবোৰ থাকে।

হেনৰিএ অনেক বেলি তাক চাই মনে মনে বহি আচিল; পাচে সি বুলিলে, বেহেৰা, এয়ে সুন্দৰ দেস; ইয়াৰ সকলো মানুহ খ্ৰিষ্টিয়ান হোআ হলে, তেন্তে এই দেস অতি ভাল হলহেঁতেন। কিয়নো সিইঁত ইমান এলেহুআ ন হৈ, সকলো একে লগে মিলি এই হাবি কাটি, ইস্বৰৰ অৰ্থে ভজা ঘৰ সজা হলহেঁতেন। জে-

তিয়া এই সকলো লোকে ইস্বৰৰ নিমিত্তে এই পৰ্বতৰ ওপৰত এটা সুন্দৰ গিৰ্জা ঘৰ সাজি, দেও বাৰৰ ৰাতি পুআতে ভজনা কৰিবলৈ একে লগে আটাইবোৰ তালৈকে জাই, আৰু সন্ধ্যা বেলাও আপোন ঘৰৰ দুআৰতে বহি সাস্ত্ৰ পঢ়ি থাকে, তেতিয়া কেনে আনন্দ পোআ হব! মই তোমাৰ সাস্ত্ৰৰ কথা কোআ নাই, পৰম ইস্বৰে দিয়া জি ধৰম সাস্ত্ৰ, সেই আমাৰ সাস্ত্ৰহে কৈচোঁ।

বেহেৰাই কলে, হই, এনে কাল আহিচে, জিহতে সকলো জগতৰ লোক একে মতৰ হব, আৰু জাতিও নে থাকিব ইয়াকে জানোঁ। কিন্তু সেই কাল কেতিয়া হব তাক নে জানোঁ আৰু তেতিয়ালৈকে আমি জিয়াই নে থাকিম।

হেনৰিএ কলে, এতিয়াও তেনে দেস এখন আচে জতে জাতি কুল নাই, আৰু আমি সকলোএ ইয়ে সিয়ে প্ৰিয় ভাই ককাই নিচিনা হম। এই দেসতকৈ সেই দেস আতি উত্তম; তাত একো হিংসক জন্তু নাই, আৰু ভোক, পিয়াহ নে লাগে, পানি সদাই পোআ জাই,

ৰদতো তাপ, আৰু জোনৰ পহৰো নে লাগে; মই জেন সিঘ্রে সেই দেস পাঁও এনে আসা কৰোঁ। হে বচি, তুমিও জেন মোৰ লগত, নাইবা পাচতে সেই দেসলৈ জাবৰ নিমিত্তে জুগুত হোআ মোৰ এয়ে বৰ ইচা।

বেহেৰাই কলে, চাহাব তুমি বিলাতলৈ জাবা নে? নে জাবা জেন মই আসা কৰোঁ, কিয়নো মই সাগৰৰ কলা পানিৰ ওপৰত তোমাৰ লগত জাব নোআৰিম।

হেনৰিএ বিলাতৰ কথা কোআ নাই, কিন্তু স্বৰগৰ নিমিত্তেহে কলে, ইয়াকে বেহেৰাক বুজাই দিলে। পাচে হেনৰিএ কলে, বোলে, আৰু জদি মোৰ নৰিয়া আজি ৰাতি পুআৰ নিচিনা টান হই, তেন্তে মই সৰহ দিন নিজিম বুলি জানিচোঁ। হে বেহেৰা, মই লগতেই মৰিম বুলি ভাবিচোঁ। অস! তুমি প্রভু য়িচু খ্রিষ্টক প্রেম প্রিতি কৰিবলৈ আৰু মই জেন তোমাৰ মন পালটাব পাৰোঁ, এনে ইচা কৰিচোঁ। ইয়াকে বুলি উঠি হেনৰিএ বেহেৰাৰ কোলাত পৰি, তাক খ্রিষ্টিয়ান হবলৈ বি-

নই কৰি কলে, বোলে, প্ৰিয় বেহেৰা, হে মোৰ উতম বেহেৰা, খ্ৰিষ্টিয়ান হবলৈ মন দিয়া; তথাপি সৰু হেনৰিৰ সকলো বিনতি সেই সময়ত বিফল হল।



৬ আধ্যা।

পাচে সিহঁতে দানাপুৰ এৰি এমাহৰ মুৰত কলিকতা পালেগৈ, আৰু তেতিয়াই স্মিথ নামেৰে এজন সাধু চাহাবে সিহঁতক আপোনাৰ ঘৰলৈ লৈ গল। হেনৰিৰ মাক সেই চাহাবৰ ঘৰলৈ আহিলত, হেনৰিৰ কাৰনে আগৰ দৰেই একো চিন্তা ন কৰিলে। আৰু তেঁওৰ বেৱহাৰৰ দৰে কলিকতাত থকা আপোনাৰ মিত্ৰ, কুটুম, চিনাকিবিলাকে সৈতে দেখা দেখি হবলৈহে চিন্তা কৰিলে। তেঁও জিবোৰ

কাপৰ দানাপুৰত কৰাইচিল, সেইবোৰ বিলাতৰ পৰা নকৈ অহাবোৰৰ নক্‌চাৰ দৰে ন হই, এই নিমিত্তে সেই সকলো কাপৰ কাটি, নকৈ সিবৰ কাৰনে দৰ্জিক দেখাই দিয়াত, আৰু ন কাপৰ কিনি তাক সিবলৈ আগ্যা দিয়া মেমৰ অনেক কৰমত দুখ হল। তেঁওৰ চুলিও ন দস্তুৰৰ দৰেবে বন্ধা ন হৈচিল, আৰু তেঁওৰ ধায়ো কৰমত তেনে পৰিপাটি ন হই, এই কাৰনে পুৰনি দস্তুৰ এৰি, ন দস্তুৰ সিকাতে অনেক দিন গল। এই সকলো কথাৰ বেজাৰেৰে হেনৰিৰ মাকে সেই প্ৰিয় লৰাক পাহৰিলে। হেনৰিএ অনেক বেলি নৰিয়া হৈ আপোনাৰ বেহেৰাক কলে, বোলে, মোৰ কঁকালত বৰ বেদেনা হৈচে, কিন্তু এনেকুআ হলতো, তাৰ মাকে তাৰ নিমিত্তে একো বুজ ন ললে।

স্মিথ চাহাব আৰু তেঁওৰ মেমে দুবেলি মান কলে, বোলে, লৰাৰ কিবা নৰিয়া হৈচে, কিয়নো তাৰ সৰিলৰ বৰন, আৰু তাৰ চকুও এনে গধুৰ দেখা জাই। তাতে হেনৰিৰ মাকে

কলে, বোলে, ন হই, ন হই, লৰা ভালে আচে; বঙ্গাল দেসৰ প্ৰায়ে সকলো লৰা এনেকুআ দেখা জাই ।

এদিন আবেলি ভোজন কৰাৰ পাচত, হেনৰিৰ মাক, আৰু স্মিথ চাহাব, আৰু স্মিথ মেম চাহাব একে লগে বহি, এখান সম্বাদ পত্ৰ জিহতে ইংলণ্ড দেসৰ নতুন ৰথবিলাক, আৰু পিন্ধা কাপৰ আদিৰ কথা লিখা আচিল, তাৰ কাৰনে বিচাৰ কৰি পৰ্হি আচিল । আৰু স্মিথ চাহাব এই সংসাৰৰ বিসয়ত প্ৰেম কৰা ন হই, তথাপি স্মিথ মেম চাহাবে তেঁওৰ দোআৰাই সুন্দৰ ৰুপে সিখ্যা পায়ো, সংসাৰৰ বিসয়ে অধিক কাৰ্বাৰ কৰা হৈচিল; এয়ে বৰ দুখৰ কথা । আৰু স্মিথ চাহাবে সিবিলাকৰ এই সকলো কথা সুনি, অলপ মান বেজাৰ পাই, সেই খোঁটালিৰ মাজতে ফুৰি ফুৰি থাকি, জানো পাচে মেম চাহাববিলাকে খঙ্গ কৰে, ইয়াকে ভাবি একো ন কলে । তেতিয়া হেনৰিএ জখলাৰ ওচৰ নিচাঙ্গৰ ওপৰতে বেহেৰাৰ আঁঠৰ মাজত বহি, ধৰম পুথি হাতত লৈ আ-

চিল, আৰু স্মিথ চাহাবৰ চকু সৰু হেনৰিৰ ওপৰত পৰিল। হেনৰিৰ পিঠি খোঁটালিৰ ফালে আচিল, তাতে হেনৰিএ ন জনাকৈ স্মিথ চাহাবে তাৰ সকলো কৰম দেখিবলৈ পাই, থিয় হৈ ৰৈ চাই, জি কোমল মাতেৰে সৰু হেনৰিএ বেহেৰাক তাৰ ভাসাৰে ধৰম সাস্ত্ৰৰ অৰ্থ বুজাইচিল তাকে সুনিলে।

প্ৰথমতে স্মিথ চাহাবে জিহকে দেখিলে আৰু সুনিলে তাক বিস্বাস কৰিব নোআৰিলে, কিন্তু সেসত সেয়ে স্বৰুপ হই বুলি নিচয়ে জানিলত, তেতিখনতে তেঁও মেম চাহাববিলাকৰ ফাললৈ গৈ কলে, বোলে, পঁচিচ বচৰলৈকে আমি বঙ্গাল দেসত আচোঁ হই, কিন্তু এনে কৰম কেতিয়াও দেখা নাই। ইস্বৰৰ ধন্যবাদ হওক, কিয়নো ধৰম পুথিত লিখা আচে, লৰা আৰু পিয়াহ খোআ লৰাবো মুখৰ পৰা আপোনাৰ স্তুতি সম্পুৰ্ন কৰিলা। মাথিএ লিখা ২১ আধ্যাৰ ১৭ পদ। হে স্মিথ মেম চাহাব, তুমি আপোনাৰ ওমলা বস্তু কেতিয়াও পেলাই নি দিবা নে? সেই পত্ৰ মোক দিয়া, তাৰে

জুই ধৰিবলৈ চাকৰক দিঁও। দেখা তোমো-লাক দুয়ো জনা প্ৰায়ে পঞ্চাস বচৰ বয়-সিয়া হৈও, আপোনাৰ বৰন লগোআ ওমলা বস্তুৰ কাৰনে কথা বাত্ৰা হব লাগিচা, কিন্তু আঠ বচৰ বয়সিয়া লৰাই দেও পূজক এজনৰ আগত ধৰম পুথিৰ কথা প্ৰকাস কৰিব লাগিচে। চোআ! ইস্বৰে গিয়ানৱন্তক লাজ দিবৰ নিমি-ত্তে, জগতৰ অগিয়ানিক মনোনিত কৰিলে; আৰু বলৱন্ত লোককো লাজ দিবৰ নিমিত্তে, জগতৰ নিৰ্বলিক মনোনিত কৰিলে। প্ৰথম কৰিন্তিৰ ১ আধ্যাৰ ২৭ পদ।

স্মিথ মেমে আপোনাৰ স্বামিক কলে, হে প্ৰিয়, তুমি কি কৈচা? নিচয়ে পাহৰি আচা। বৰন লগোআ ওমলা বস্তুৰ নিমিত্তে তুমি কে-নে কথা কৈচা? হে মোৰ প্ৰিয়, তুমি নিচয়ে কঠিন মানুহ হোআ।

হেনৰিৰ মাকে কলে, বোলে, হে স্মিথ চাহাব, তুমি কি বুলিলা? আমাৰ বয়স পঞ্চাস বচৰ নে? তুমি কেনেকৈ জানিচা আমি পঞ্চাস বচৰ বয়সিয়া? এয়ে বৰ আচৰিত কথা!

স্মিথ্ চাহাবে কলে মই তোমাৰ ঋঙ্গ তুলি-বলৈ চোআ নাই; মোক খেমা কৰা; কিন্তু সেই সৰু লৰাই তাতে আপোনাৰ বেহেৰাক ধৰম পুথিৰ অৰ্থ বুজাব লাগিচে।

হেনৰিৰ মাকে কলে, তুমি নিচয়ে নু বুজিবা আমাৰ বয়স পঞ্চাস বচৰ বুলি। তুমি কুৰি বচৰ মান ভুলকৈহে কৈচা। স্মিথ্ মেমে কলে, হে মোৰ প্ৰিয় মেম চাহাব, মোৰ স্বামিক খেমা কৰা, কিয়নো জেতিয়া তেঁও মোৰ ওপৰত কিচু ঋঙ্গ কৰে, তেতিয়া মোক এনেকৈ বোলে; তথাপি তাক সুনিও মোৰ মনত একো বেজাৰ নে ৰাখোঁ।

স্মিথ চাহাবে বুলিলে, বাৰু মোৰ প্ৰিয়, মোৰ আপোনাৰ কাৰনে উতৰ দিবলৈ মোক দিয়া। মই সত্যক ঢাকি ৰখা এনে মানুহ ন হঁও। জদি মই কথা কঁও, বা ন কঁও, তথাপি আমাৰ দিন ঢুকাই গৈ ম্রিত্যু আৰু পৰকাল ওচৰলৈ অতি সিঘ্রে চাপিচে। ৰিতি আচাৰ ৰাখি, কি কাৰনে আমি আপোন আ-পোন চকুতে ধুলি পেলাই ভুলাঁও; কিন্তু ইমান

কলো, এতয়া আৰু ন কঁও। জিহকে এতিয়া মই দেখিলোঁ তাৰ কাৰন বুজিবলৈ চাঁও, অর্থাত সাত বচৰ বয়সিয়া এটা সৰু ইংৰাজি লৰাই, আপোনাৰ বেহেৰাক ধৰম পুথি বুজাব লাগিচে। সেই লৰাই পৰ্হিব পাৰে বুলিএই নে জানিলোঁ।

হেনৰিৰ মাকে কলে, ইয়াৰ কথা মই তোমাক এতিয়াই বুজাব পাৰোঁ। অলপ দিনৰ আগেয়ে পাটনাৰ আমাৰ ঘৰতে এজনা ডেকা মেম আহি কিচু দিন আমাৰ লগত আচিল। সেই মেমে তাক পৰ্হিবলৈ সিকালে, এই কাৰনে আমিও তেঁওৰ উপকাৰ মানিচোঁ। আৰু তেঁও তাক অকল পৰ্হায়ে সন্তোস ন হল, কিন্তু লৰাক উল্মুলাই উল্মুলাই মেথোদিষ্ট, অর্থাত তাৰ স্বভাও সাধু কৰিলে; এহ্ কথা অনেক দিনৰ পাচেহে মই জানিলোঁ।

স্মিথ চাহাবে কলে, মেথোদিষ্ট নো কি?

হেনৰিৰ মাকে কলে, তেতিয়াৰে পৰা এই লৰাৰ আগৰ নিচিনা বেয়া স্বভাও নাই; কিয়-

নো তাৰ দুবচৰ বয়সৰ সময়তে পল্টনৰ এজন কাপ্তান চাহাবে দানাপুৰত সিয়ে সৈতে অনেক উমলিলে, আৰু তাক কুকুৰ, ঘোঁৰাক মাতিবলৈ, আৰু চাকৰবিলাকক ইংৰাজি মাতেৰে সাও দি গালি পাৰিবলৈ সিকালে। কিন্তু মই ভই কৰোঁ স্মিথ চাহাবে আকও বেজাৰ পাব, কিয়নো মই জানোঁ তেঁও আপুনি মেথোদিষ্ট, অর্থাত সাধু। হে স্মিথ মেম চাহাব, এই কথা স্বৰুপ নে অস্বৰুপ? ইয়াকে কৈ আপোনাৰ কথাতে হাঁহিব ধৰিলে। কিন্তু স্মিথ মেমে গধুৰ মনেৰে থাকিল, আৰু স্মিথ চাহাবে স্বৰগৰ ফাললৈ চাই কলে, সর্বসক্তিমান ইস্বৰে তোমাৰ মন পালটাওক।

হেনৰিৰ মাকে বুলিলে, হে স্মিথ চাহাব, তুমি এই কথা অতি কঠিন ৰুপে বুজিচা; কিন্তু মই কেৱল ৰঙ্গকৈহে কৈচিলোঁ।

স্মিথ চাহাবে বুলিলে, তেন্তে মই তাৰ প্ৰমান কৰিম। জদি তুমি ধৰমৰ নাইবা ধৰমি লোকবিলাকৰ অহিতে একো বেয়াকৈ নে ভাবা, তেন্তে জেতে দিন তুমি আমাৰ ঘৰত

থাকিবা,.সেই সকলো দিন হেনৰি জেন মোৰ চাতৰ হই, তাতে তুমি বিৰকতি নে পাবা। তুমি মোক অনেক বচৰৰ পৰা জানি আচা, কিন্তু কিমান বচৰ, তাক মই ন কঁও, জানো পাচে তুমি আৰুও বেজাৰ পাবা, এই কাৰনহে বোলোঁ, তুমি মোৰ কথিন বেৱহাৰৰ নিমিতে খেমা কৰিবা।

হেনৰিৰ মাকে কলে, মই জানোঁ তুমি আন মানুহৰ দৰে নো হোআ; তুমি তোমাৰ মতে চলা, ময়ো মোৰ মতে চলোঁ; ইয়াকে কৈ, ফুৰি জাবৰ নিমিতে কাপৰ পিন্ধিবলৈ গল। তেতিয়া ইয়ে সিয়ে সৈতে একো বেজাৰ ন ৰখাকৈ এই কঠিন কথা বাত্রা সাঙ্গ কৰা হল, কিয়নো হেনৰিৰ মাক তেনে খঙ্গাল নাচিল।

পাচে আবেলি বেলাত হেনৰিৰ মাক গলত, স্মিথ্ চাহাবে হেনৰিক আপোনাৰ খোঁটালিলৈ মাতি, তাৰ সকলো কথাৰ বিবৰন, আৰু কোন ডেকা মেম চাহাবে তাক ধৰম পুথি পৰ্হিবলৈ সিকালে, আৰু বেহেৰাৰ মন পালটাবলৈ তেঁও

কি উপদেস দিচিল, এই সকলোকে সুধিলে। স্মিথ্ চাহাব আৰু হেনৰিএ কথা বাত্ৰা হোআৰ সেস ভাগ ইয়াতে লিখিচোঁ।

স্মিথ্ চাহাবে হেনৰিত সুধিলে। বেহেৰাৰ মন ইস্বৰলৈ পালটিচে নে, এই কথাত তুমি কি বুজিচা?

হে। ন হই, তাৰ মন পালটা নাই; কিয়নো প্ৰায়ে চই মাহ হল, মই সদাই তাৰ আগত ইস্বৰৰ কথা কৈচোঁ, তথাপি তাৰ মুৰ্তিবোৰহে স্বৰূপ ইস্বৰ, ইয়াকে সি বুলিবলৈ নেৰে।

স্মিথ্ চাহাব। হে মোৰ প্ৰিয়, তোমাৰ নিচিনা সৰু লৰাই দেও পুজকবিলাকৰ লগত বাদ বিচাৰ কৰিবলৈ নিচয়ে কঠিন; কিয়নো তুমি স্বৰূপকৈয়ে কোআ, সি ভুলকৈয়ে কওক, তথাপি চইতান জি মিচাৰ আদি পুৰুস হই, সিয়ে আহি জিহেৰে তোমাৰ মুখ বন্ধা হব, এনে কথা তাৰ মুখত দিয়েহি; তাৰেই তোমাৰ মুখ বন্ধন আৰু মনো অথিৰ হৈ জাই, কিন্তু তাৰ মন থিৰে থাকে, এনে হব পাৰে।

হে। হে চাহাব, তেন্তে বেহেৰা খ্রিষ্টিয়ান হবৰ আসা মই এৰিব লাগিব নে? অস! অস! মোৰ প্রিয় ৱেহেৰাই ওপজাৰে পৰা মোক পালন কৰি আছে।

স্মিথ চাহাব। হে মোৰ মৰমৰ লৰা, বেহেৰাক ওলোটাবলৈ মই তোমাক এটা ভাল বাট দেখাব পাৰোঁ, জিহকে তুমি সুচল পাবা, আৰু তাৰ কাৰনে অতি ভালো হব। বেহেৰাই পৰ্হিব পাৰে নে, নোআৰে?

হে। অলপমান পৰ্হিব পাৰে।

স্মিথ চাহাব। তেনে হলে তাৰ আগত পৰ্হিবলৈ তুমি সিকিব লাগে।

হেনৰিএ বোলে, সেয়ে নো কেনেকৈ হব পাৰে?

স্মিথ চাহাব কলে, মানুহক সৃজন কৰা, আৰু পাপত পৰাৰ কথা, আৰু ত্রান কৰ্ত্তা অহাৰো প্রথম 'অঙ্গিকাৰ, এনে ধৰম পুথিৰ প্রথম ভাগৰ দুই তিনি আধ্যা, আৰু সুভ বাত্রাৰৰো কোনো কোনো ভাগ, জদি ভাঙ্গি তোমাৰ কাৰনে বেহেৰাৰ ভাসাৰে লিখোঁ, তেন্তে তুমি

তাক বেহেৰাৰ আগত পৰ্হিবলৈ উপাই কৰি-বা নে? জি ভাসা বা আখৰেৰে ভাঙ্গি লিখা হব, সেই ভাসাৰ আখৰ তোমাক সিকাম।

হে। হই, মই তাক আনন্দেৰে সিকিম।

স্মিথ চাহাব। বাৰু মোৰ চেনেহৰ লৰা, তুমি নিতৌ ৰাতি পুআ ৰাতি পুআ মোৰ খোঁটালিলৈ আহিবা, মই তোমাক ফাৰচিৰ আখৰ সিকাম; কিয়নো মই জি জি আধ্যা তাৰ আগত পাৰ্হিবলৈ তোমাক দিম, তাক সেই আখৰেৰে ভাঙ্গি লিখা হব, আৰু ক্ৰমে-ৰে ধৰম পুথিৰ সকলো ভাগ এই দৰেই ভাঙ্গি লিখা হব।

হে। তাৰ মাতো সকলোবোৰ ফাৰচিএ হব নে? মই জানিচোঁ বেহেৰাই ফাৰচি নু বুজিব।

স্মিথ চাহাব। ন হই মোৰ প্ৰিয় লৰা, জি ভাসাৰে দিনে দিনে তুমি সিবিলাকে সৈতে কথা বাত্ৰা হোআ, সেই ভাসাৰেই লিখা হব, আখৰ মাথোন ফাৰচি। এই ৰুপে জিমান ভাঙ্গি লিখা হব, তাকে তুমি নিতৌ নিতৌ তোমাৰ বেহেৰাৰ আগত পৰ্হিবা; আৰু নিতৌ

প্ৰাৰ্থনাও কৰিবা জেন ইস্বৰে তাতে আসিৰ্বাদ দিএ। হে মোৰ প্ৰিয়, ইস্বৰে আপোনাৰ ধৰম সাস্ত্ৰৰ বাক্য সিধি ন কৰিব, এনে ভই কদাচিতো ন কৰিবা। চোআ! ইস্বৰে কই বোলে, বৰখুন আৰু হিম জেনেকৈ আকাসৰ পৰা পৰি, আকও সেই ঠাইলৈ উভতি ন গৈ, কঠিয়া সিচোঁতাক, আৰু খোআবিলাকক খাবলৈ দিয়াৰ কাৰনে প্ৰিথিবিকহে তিয়াই, আৰু তাতে কঠিয়া গজিব পৰা, আৰু গোট ধৰিব পৰা কৰাই, তেনেকৈ মোৰ মুখৰ পৰা বাহিৰ হোআ কথাও নিচয়ে হব। সি মোৰ ওচৰলৈ বিফল হৈ নুলটিব, কিন্তু জি মই নিয়ম কৰিচোঁ তাক পুৰ কৰিব, আৰু জি কাৰনে মই তাক পঠালোঁ তাকেহে সিধি কৰিব। য়িচয়া ৫৫ আধ্যাৰ ১০। ১১ পদ। স্মিথ চাহাবে আৰু কলে, বোলে, প্ৰিয় লৰা, তুমি জে আসকতিয়া হৈচা, এতেকে তুমি বেহেৰাই সৈতে বাদ বিচাৰ ন কৰিবা, কেৱল তাৰ আগত ধৰম সাস্ত্ৰ পৰ্হিবা, আৰু সদাই তাৰ নিমিত্তে প্ৰাৰ্থনা কৰি ইস্বৰলৈ ভাৰসা কৰা।

এই কথা অতি সৰহকৈ ন ধৰি, হেনৰিৰ মাক জেতে দিন স্মিথ চাহাবৰ ঘৰত থাকিল, সেই সময়তে হেনৰিএ নিতৌ ন ন পাঠ পৰ্হি-বলৈ ধৰিলে। আৰু স্মিথ চাহাবে ফাৰচি আ-খৰ তাক সিকাই, ধৰম পুথিৰ জিমান আধ্যা তেঁও ভাল ৰুপে ভাঙ্গি লিখিব পাৰিলে, সেই সকলোকে গোটাই, পুথি এখন কৰি, ৰঙ্গা চালে-



ৰে বান্ধি হেনৰিক দিলে; আৰু ইস্বৰৰ আ-
সির্বাদ সেই সকলোৰে ওপৰত হবলৈ প্রার্থ-
নাও কৰিলে।

~~~~~~~~

৭ আধ্যা।

জেতিয়া হেনৰিএ এই পুথি পালে, সি একো স্রম নো হোআকৈয়ে তাক পৰ্হিব পাৰিলে' আৰু তাৰ কেনে আনন্দ হল! পাচে সি বেগতে গৈ ভিতৰত পাটিৰ ওপৰত বেহেৰাৰ আঁচুৰ মাজত বহি, আনন্দ মনেৰে সি এনেকৈহে পৰ্হিবলৈ ধৰিলে, জে তাক ঘৰৰ এক চুকৰ পৰা আন চুকলৈকে সুনা হৈচিল। কেৱল সি আপুনি পৰ্হাতে সন্তোস ন হৈচিল, কিন্তু বেহেৰাও জেন পৰ্হিবলৈ সিকিব এনে উপাইও কৰিবলৈ ধৰিলে। আৰু এই সকলো কৰম তাৰ সক্তিৰ দৰেৰে অতি খৰকৈ পুৰ কৰিলে, কিয়নো স্মিথ চাহাবৰ ওচৰত হেনৰিএ জি জি ফাৰচি আখৰ নিতৌ নিতৌ লিখে, তাতে সি বেহেৰাকো লগতে বহুআই সি লিখা ফলাৰ
~~~~~~~~

ওপৰে ওপৰে তাৰ হতুআই লিখাই, পাচে তাৰ হাত আহিলে সি আপুনিয়েই লিখে। এই ৰূপে হেনৰিএ লাহে লাহে হিন্দুস্থানি ভাসাৰ পুথি খন ভাঙ্গি লিখাৰ আগৈয়ে, বেহে-ৰাক সকলো আখৰ সিকালে।

এদিন স্মিথ চাহাবে হেনৰিক বুলিলে, হে মোৰ লৰা, এতিয়া উপদেস দিয়াৰ জি উচিত পুৰনি পথ ইস্বৰৰ দোআৰাই থাপনা হৈচিল তাতে তুমি চলিচা। কিন্তু আপোনাৰ গিয়ানৰ ওপৰত বিস্বাস ন কৰি, কেৱল ইস্বৰৰ বাক্য-তে ভাৰসা ৰাখা। হে মোৰ চেনেহৰ লৰা, তুমি ধৰম পুথিকে দ্রিঢকৈ ধৰা, তেনে হলে তুমি নিৰ্বিঘিনিএ থাকিবা, আৰু জি কঠিয়া তুমি সিঁচা, তাক সিঘ্রে গজিবৰ দেখা নে পালে, অথিৰ ন হবা। আমি মৰাৰ আগৈএ বেহেৰা খ্রিষ্টিয়ান হোআ দেখিবলৈ আমাৰ বৰ ইচা হই, তথাপি জদি আমি নে দেখোঁ, তেও আ-মাৰ পাচত জিয়াই থকাবিলাকে দেখিব।

ইয়াৰ পাচত হেনৰিৰ মাকে কলিকতাৰ পঁৰা আপোনাৰ ঘৰলৈ জাবৰ সমই পালেহি।

তেঁও প্ৰথমতে কলিকতাত জিমান দিন থাকিবলৈ ইচা কৰিচিল, তাতকৈও অধিক দিন হল; কিয়নো অনেক লোকেৰে দেখা দেখি হোআত, আৰু নাচনিয়াৰ, বাজনাৰ আদি কৰি সকলো ৰঙ্গ চোআত, আৰু অনেক বিধৰ সাজ কাপৰ জুগুত কৰাতে তেঁও বিয়াকুল হৈ আচিল, সেই কাৰনে থিৰ কৰা দিনত জাব নোআৰিলে। আৰু মান্যৱন্ত স্মিথ চাহাব অনেক দিনৰে পৰা তেঁওৰ মিতিৰ বুলি জানিচিল, তথাপি তেঁওৰ ঘৰত থাকোঁতে তেঁও মনত দুখেৰেহে আচিল, কিয়নো স্মিথ চাহাবে সদাই ধৰম আচাৰ বেৱহাৰ কৰি থকাত, হেনৰিৰ মাকে তাক সহিব নোআৰিচিল।

হেনৰিৰ মাকে উজাই গৈ বৰ্হম্পুৰত থকা বেৰন মেম চাহাবে সৈতে দেখা দেখি হবলৈ ইচা কৰিলত, হেনৰিএ সুনি অতি আনন্দিত হল, কিয়নো সেই বেৰন মেমেই হেনৰিক ধৰমৰ কথা সিকাইচিল; কিন্তু স্মিথ চাহাবৰ ওচৰৰ পৰা বিদাই লোআ সময়ত সি অনেক ক্ৰন্দন কৰিলে। পাচে সকলো নাৱত উঠি

গলত, হেনৰিএ সেই পুথিৰ আটাই আধ্যা-বোৰ বেহেৰাৰ আগত পৰ্হি সুনাবলৈ ভালকৈ চল পালে; আৰু আবেলি, ৰাতি পুআও, তাৰ মাকে সোঁতে, পুথি পৰ্হিবলৈ চল পাই-চিল, কিয়নো সেই সময়ত তাৰ মাকে সুনি-বলৈ নে পাইচিল। তাতে হেনৰিএ আপো-নাৰ বেহেৰাক উতম ৰুপে সিকোআত, বেহে-ৰাও নিতৌ নিতৌ ধৰম পুথিৰ গিয়ানেৰে গিয়ানি হবলৈ ধৰিলে। পাচে ঘাম কালি হলত, বেগতে হেনৰিৰ কোখত বৰ বেদেনা এটা হল, আৰু আন আন বেয়া লখ্যনো দেখা গল। তাৰ সৰিলৰ কান্তি গুচি খিনাই গল, আৰু একো খাবও নোআৰিলে। হেনৰিৰ মাকে সৈতে তেতিয়া ৰঙ্গ ধেমালি কৰিবলৈ কোনো নাচিল, সেই কাৰনে হেন-ৰিৰ তেনে ৰুপ দেখি, তেঁওৰ আৰু বেহেৰাৰ বৰ ভই লাগিল। আৰু বৰ্হম্পুৰ বেগতে পা-বৰ নিমিতে সিইঁতে অতিসই কাৰ্বাৰ কৰিলে, জেন সেই ঠাই পাই লৰাৰ কাৰনে ঔসধ, আৰু এটা সিতল ঘৰ পাব, কিয়নো নাৰভ বৰ

ঘাম হৈছিল। কিন্তু সিহঁতে খৰকৈ পাবলৈ অধিক জতন কৰিলেও, বৰ্হম্পুৰ পোআৰ আ-গৈয়ে লৰা অতি আসকতিয়া হৈ গল। এদিনৰ বাট থকাতে, হেনৰিৰ মাকে বেৰন মেমৰ তলৈ পত্র দিবৰ নিমিত্তে আপোনাৰ এটা চাকৰ পঠাই দিলে, আৰু পাচ দিনা নাও পল্টনৰ ঘাট পোআতে, বেৰন মেমে আপো-নাৰ পালকি জুগুত কৰি পাৰত থিয় হৈ, সিহঁতক আপোনাৰ ঘৰলৈ নিবৰ কাৰনে বাট চাই আছিল। নাৱৰ চিৰি বামত দিয়া হলত, তেঁও পালকিৰ পৰা ওলাই একে বেলিয়ে নাৱত উঠি গৈ, হেনৰিক কোলাত লৈ কলে, অস! মোৰ প্ৰিয় লৰা; আৰু তেঁওৰ হেনৰিক দেখি এনে আনন্দ হল, তাতে তেঁও একো কবই নোআৰিলে। পাচে তালৈ থিৰ হৈ চাই তাক নৰিয়া দেখি, তেঁওৰ আনন্দ তেতিখ্যনে গুচিল; আৰু হেনৰিৰ মাকত সুধিলে, হে প্ৰিয় মেম চাহাব, হেনৰিৰ নো কি হৈছে! সি বৰ নৰি-য়াৰ নিচিনা দেখিছোঁ!

হেনৰিৰ মাকে কলে, হই, তাৰ নৰিয়াৰ

কাৰনেহে আমি ৰৰকৈ চিন্তা কৰি আচোঁইক; আৰু অতি খৰকৈ আমি সকলোএ তাৰ নিমিত্তে উপাই চিন্তিব লগা উচিত ।

পাচে বেৰন মেমৰ চকুৰ পানি ওলাবৰ দেখি, হেঁনৰিএ কলে, হে মোৰ প্ৰিয় বেৰন মেম, নে কান্দিবা; আমি সকলোএ মৰিম, আৰু তুমিও জানা, আমি ই সি সকলোবোৰ নিচয়ে মৰি জামইঁক । কিন্তু জি সকলে প্ৰভু য়িচু খ্ৰিষ্টক প্ৰেম ভক্তি কৰে, সেই সকলে ম্ৰিত্যুত অতি আনন্দ পোআহে হই ।

তাকে সুনি হেনৰিৰ মাকে কলে, হে মোৰ প্ৰিয় লৰা, মৰনৰ কথা তুমি কি কৈচা? তুমি ৰথ্যা পাবা, আৰু দেসৰ সোধ পোচ কৰা গৰাকি হৈ, তোমাৰ দোলাৰ আগত সাতোটা টেকেলা লৰিবৰ দেখিম ।

হেনৰিএ বুলিলে তেনেলৈ মই ইচা ন কৰোঁ ।

বেৰন মেমে হেনৰিলৈ চাই ঘনে ঘনে অসন্তোস কৰি, কিচুমান বেলিলৈকে একো কব নোআৰিলে, আৰু মনকো থিৰ কৰিব নোআৰিলে । পাচে কিচুমান পানি খালত

তেহে অলপ থিৰ হ'ল, আৰু সিইঁত সকলোকে তেঁওৰ ঘৰলৈ জাবলৈ নিবেদন কৰিলে। জেতিয়া তেঁও ঘৰলৈ জাবৰ নিমিত্তে আপোনাৰ প্মালকিত উঠি বহিল, তেতিয়া অতি জতনকৈ ইস্বৰৰ আগত তেঁও এই ৰুপে প্ৰাৰ্থনা কৰিলে, হে পৰম ইস্বৰ, এই প্ৰিয় লৰা জিয়কেই বা মৰকেই, তথাপি তাক নৰিয়াৰ জাতনাতে জেন আমাৰ ওচৰৰ পৰা নিয়া ন হব, আৰু আ-পোনাৰ অনুগ্ৰহৰ দোআৰাই লৰাৰ অমৰন আত্মাৰ কাৰন মই ধৰম সিখ্যা, আৰু তাৰ নিৰ্বলি সৰিলক জেন সান্ত দিব পাৰোঁ, ইয়াকে নিবেদন কৰিচোঁ।

তেতিয়া সিবিলাকে বেৰন মেমৰ ঘৰলৈ আহিলত, তেঁও হেনৰিক দিনত থবলৈ বহা খোঁটালিৰ এখন সজ্যাৰ ওপৰত, আৰু ৰাতিত তেঁওৰ সোআ খোঁটালিৰ আপোনাৰ ওচৰতে দুআবলৈ আগ্যা দিলে; আৰু বেগতে পল্টনৰ বৰ ডক্তৰ চাহাবক মতালে, এই ৰুপে হেনৰিৰ কাৰনে কৰিব লগা আটাই উপকাৰ চেনেহতে কৰিলে।

সেই সময়ত বৰ্ইম্পুৰ অনেক মানুহৰে ভৰি আছিল, এই নিমিত্তে হেনৰিৰ মাকে আগৰ দৰে আপোনাৰ সকলো পুৰনি চিনাকি আৰু মিতিৰ লোকবিলাকে সৈতে দেখা দেখি কৰিবলৈ অতি আসকতি আছিল। সেই কাৰনে তেঁও হেনৰিলৈ আৰু তাৰ সকলো দুখলৈকো পাহৰি গল। জদি বৰ ভোজলৈ নাইবা কোনো ৰঙ্গ চাবলৈ জাই, তেতিয়া মনত এনেকৈ ভাবনা কৰে, বোলে, বেৰন মেমে লৰাৰ লগত থাকি, তাৰ কাৰনে সকলো কাৰ্বাৰ কৰি উপকাৰ কৰিব। কিন্তু আমি কৰিব লগা সকলো কৰম, লোকে আমাৰ নিমিত্তে ভালকৈ কৰিব বুলি, তাক হেলা কৰি এৰিলে, সোধৰ দিনত সেই উত্তৰ সুনা ন হব।

সি জেইবা ন হওক, ডক্তৰ চাহাবৰ আৰু বেৰন মেমৰো অতিসই ৰুপে কাৰ্বাৰ হলতো, হেনৰিৰ নৰিয়া বাৰ্হি জাবলৈহে ধৰিলে, আৰু এই প্ৰিয় লৰাৰ আয়ুস অলপ দিনৰ মুৰতে ঢুকাব বুলি, তেতিয়া আটায়ে নিচইকৈ জানিলে। বেৰন মেম আৰু বেৰন চাহাব দুয়ো

পাল পাতিহে লৰাৰ ওচৰতে সদাই আ-
চিল, আৰু সিবিলাকৰ দুইৰ মাজৰ এজনে
সেই লৰাৰ ওচৰৰ পৰা উঠি গলে, সি জন
তাৰ ওচৰৰ সেই ঠাইতে বহেহি ।

বেৰন চাহাব ডেকা আৰু মান্যৱন্ত হৈও, এই দৰে এটা পিত্রি হিন নৰিয়া লৰাৰ ওচৰত বহি, তাৰ ইমান উপকাৰ কৰিচিল । তেঁও কেতিয়াবা কেতিয়াবা লৰাক দৰব আৰু নৰিয়াক খুআব লগা আহাৰো খুআইচিল, আৰু কোনো কোনো সময়ত ধৰম পুথিও তাৰ আগত পৰ্হিচিল, কিয়নো তেঁও ইশ্বৰৰ সুসেৱক আচিল ।



৮ আধ্যা ।

হেনৰিএ প্ৰথমতে সেই ঠাই পাঁওতে, ভাটি বেলা পালকিত উঠি বতাহ লবলৈ জাব পাৰিচিল; আৰু খোঁটালিৰ মাজতো অলপ অলপ ফুৰি, ধৰম পুথিৰ দুই এক আধ্যা হিন্দুস্থানি ভাসাৰে দুই তিনি বেলি বেহেৰাৰ আগত পৰ্হিচিল । কিন্তু বেগতে নিৰ্বলি হোআৰ কাৰনে পৰ্হিব নোআৰিলে, আৰু ফুৰিবলৈকো জাব নোআৰিলে । পাচত তাৰ নৰিয়া অতি টান হলত, সেই সকলোকে এৰি আপোনাৰ সোআ খাটৰ ওপৰতে মৰনলৈকে থাকিল ।

বেহেৰাই আপোনাৰ সৰু চাহাবৰ মৰনৰ সমই পোআ জেন দেখি, বৰকৈ অসন্তোস কৰিবলৈ ধৰিলে, আৰু দিনৰে ৰাতিৰে মাজত আপুনি খোআৰ কাৰনেও তাক নেৰিলে, আৰু আপোনাৰ সক্তি থকালৈকে হেনৰিয়ে সান্তনা পাবৰ কাৰনে সকলো কথাতে চিন্তা কাৰ্বাৰ কৰিলে । বেহেৰাই তেতিয়া সৈ কাৰ্হিলে বোলে, এতিয়ালৈকে মই এই সকলোকে আ-

পোন গৰাকিক সন্তোস কৰিবৰ নিমিত্তে কৰিচোঁ হই, কিন্তু ইস্বৰক সন্তোস কৰিবৰ নিমিত্তে ন হই। সি হেলা ন কৰি হেনৰিৰ ওচৰত ধৰম পুথি পৰ্হিব ধৰিলে, আৰু হেনৰিএও আপোনাৰ সোআ খাটৰ ওপৰত পৰি থাকি হিন্দুস্থানি ভাসাৰে তাৰ পৰ্হা সুনিলে, আৰু সি জি জি পৰ্হে তাকে হেনৰিএ সদাই তাক ৰাখি ৰাখি বুজাই। তাৰ বুজুআ কথা অতি উতম আৰু সুন্দৰ; পণ্ডিত আৰু বুৰা লোক সকলতকৈও তাৰ কথা বেহেৰাই বুজিবৰ কাৰনে পোন আৰু ভাল পাইচিল।

বেহেৰাই তাৰ ওচৰত ধৰম পুথি পৰ্হাৰ অন্তৰ সময়ত, বেৰন মেম তেঁওৰ ওচৰতে বহিলত, হেনৰিএ তাক বেগতে ৰাখি কলে, অস! বেহেৰা, মই জদি ধৰম পুথি পৰ্হিবলৈ নি সিকিলোঁহেঁতেন, আৰু তাক জদি বিস্বাস ন কৰিলোঁহেঁতেন, তেন্তে এই কালত কিমান বৰ দুখিত হলোঁহেঁতেন! কিয়নো আৰু অলপ দিনৰ মুৰত মই মৰিসালিলৈ জাম; তাৰ পৰা জেতিয়ালৈকে সেসৰ দিনত মোৰ সৰিল

তোলা নে জাই, তেতিয়ালৈকে আৰু আহিব নোআৰিম। মই বতাহ লবৰ কাৰনে পালকিত জোআ পাচৰ বেলি বৰ সুন্দৰ এটা মৈদামৰ ঠাই দেখিচিলোঁ, আৰু সেই ঠাইতে অনেক গচো আচিল। তেতিয়া মই জানিলোঁ, অলপ দিনৰ মুৰত মই এই ঠাইতে সয়ন কৰিম, অৰ্থাত মোৰ সৰিল তাতে সুব; কিন্তু মই ভই ন কৰিলোঁ, কিয়নো প্ৰভু য়িচু খ্ৰিষ্টক প্ৰেম কৰোঁ, আৰু মই জানিচিলোঁ, তেঁও মৈদামৰ ঠাইলৈকো মোৰে সৈতে জাব। আৰু তেঁওৰে সৈতে মই নিদ্ৰা জাম, আৰু তেঁওৰ নিচিনা পুনৰ্বাৰ উঠান হৈ সন্তোস পাম। দায়ূদৰ ১৭ গিতৰ ১৫ পদ। তেতিয়া সি বেৰন মেমৰ ফাললৈ উভতি চাই কলে, বোলে, আমাৰ ত্ৰান কৰ্তা অমৰন, আৰু তেঁৱে সেসৰ দিনত প্ৰিথিবিৰ ওপৰত থিয় হবহি, ইয়াকে মই জানোঁ। আমাৰ চাল আৰু মঙ্গহ পোকে খোআতে হলেও, তথাপি আকও এই সৰিলেৰে ইস্বৰক দেখিম। আয়ুব্ ১৯ আধ্যাৰ ২৫। ২৬ পদ।

হে দায়ালু বেৰন মেম, জেতিয়া মই অগিয়ানি আৰু পাপি লৰা আচিলোঁ, তেতিয়া তুমি মোক প্ৰিয় ত্ৰান কৰ্তাৰ পৰম গিয়ান জনালা; আৰু মৈদামত সুআবলৈ জি অতি খৰকৈ আহিচে, ত্ৰান কৰ্তাৰ তেজেৰে কিনা সুগন্ধি তেলেৰে মোক ঘঁহালা।

তেতিয়া ক্ৰন্দন সামৰিবলৈ আসকতিয়া হৈ, বেৰন মেমে কলে, হে আমাৰ প্ৰিয় লৰা, হে আমাৰ প্ৰিয় লৰা, এই কথাত ইশ্বৰকহে ধন্যবাদ কৰা।

হেনৰিএ কলে, হই, তেঁওৰ গুন কিৰ্তন সদাই কৰিম, আৰু সি আপোনাৰ খাটৰ ওপৰতে উঠি বহি, আপোনাৰ খিনোআ সৰু আঙ্গুলিবোৰেৰে হাত কৰজোৰ কৰি কলে; হই, মই তেঁওক স্তুতি কৰিম, মই তেঁওক প্ৰেম কৰিম। মই মহা পাপি আচিলোঁ, মোৰ মনৰ সকলো ভাবনা সদাই বেয়া, আটাই ভাল কথা ঘিন কৰিচিলোঁ, মোৰ স্ৰিষ্টি কৰ্তাকো ঘিন কৰিচিলোঁ, কিন্তু তেঁও মোক বিচাৰিলে আৰু আপোনাৰ তেজেৰে মোৰ পাপ

ধুআলে। তেঁৱে মোক ন মন দিলে, আৰু বস্ত্ৰৰ নিচিনা পৰিত্ৰানেৰে মোক পৰিধান কৰাই সোভিত্ত কৰালে; তেঁও মৰনক লুকুআই জিৱন আৰু অমৰনক প্ৰকাস কৰিলে। তাৰ পাচত হেনৰিএ আপোনাৰ বেহেৰাৰ ফাললৈ চাই কলে, অস! মোৰ প্ৰিয় বেহেৰা, এনে মহা পৰিত্ৰান হেলা কৰিলে তোমাৰ কি গতি হব? ইব্ৰিলৈ পত্ৰ ২ আধ্যাৰ ৩ পদ। হে আমাৰ প্ৰভু য়িচু খ্ৰিষ্ট, মোৰ এই প্ৰিয় বেহেৰাৰ মন পালটোআ। হেনৰিএ এই চুঁটি প্ৰাৰ্থনা হিন্দুস্থানি ভাসাৰে কৰিলত, তাৰ বেহেৰাও সেই দৰে কৰিলে, কিন্তু সি কি কলে ইয়াক প্ৰায়ে নে জানিলে। অনেক দিনৰ পাচত সি এই কথা স্মিথ চাহাবৰ আগত কলে, বোলে, সত্য ইস্বৰৰ আগত সেয়ে মোৰ প্ৰথমে কৰা প্ৰাৰ্থনা, আৰু প্ৰথমৰ বেলি মই তেঁওৰ পবিত্ৰ নাম উচাৰন কৰা সেয়ে।

হেনৰিএ এই সকলো কথা কৈ এঁটাই, আপোনাৰ মুৰ গাঁৰুৰ ওপৰত থৈ চকু মুদিলে। তেতিয়া তাৰ সৰিল নিৰ্বলি আছিল হই, কিন্তু

ৰিদই আনন্দেৰে পুৰ হৈ আচিল। ঘণ্টা চাৰেকলৈকে সি টোপনিতে আচিল, পাচে সাৰ পাই বেৰন মেমক মাতিলে, আৰু তেঁও তাক দানাপুৰত জি গিত সিকাইচিল, সেই গিতৰ এপদ গান কৰিবলৈ কলে; কিয়নো তাকে সি বৰ ভাল পাইচিল। সেই গিত ৩৩।৩৪ পিথিত লিখা আচে।

জেতিয়া বেৰন মেমে এই গিত গাইচিল, তেতিয়া হেনৰিৰ মন হৰিস দেখা গল; কিন্তু সি কথা কব নোআৰিলে।

সেই দিনা সন্ধিয়া বেলা বেহেৰাই আপোনাৰ সৰু চাহাবৰ লগত অকলসৰে আচিল; সি তাক সাৰ পাই থকা দেখি, কথা কবৰ ইচা জেন বুজি কলে, অস! চাহাব, মই পাপিষ্ট, আৰু সদাই পাপ কৰাতে আজি দিনটো ভাবি আচোঁ। মই স্বৰুপকৈ জানিচোঁ, গঙ্গাৰ জলেৰে মোৰ পাপ কেতিয়াও গুচুআ হব নোআৰে। মই জেন খ্ৰিষ্টত বিশ্বাস কৰিব পাৰোঁ, এনে বাঞ্চা কৰোঁ।

হেনৰিএ এই কথা সুনিলতে, উঠি বহিবলৈ

কার্বার কৰিলে, কিন্তু বল হিন হোআৰ নিমিত্তে নোআৰিলে, তথাপি তাৰ চকু আনন্দতে প্ৰকাসিত হল, আৰু সি কথা কবলৈ কাৰ্বাৰ কৰিলে, পাচে তাকো নোআৰিলত তাৰ চকু পানিৰে ভৰিল। আৰু মন কিচু থিৰ হোআত আঙ্গুলিৰে টাৰ্বাৰ কৰি, বেহেৰাক আপোনাৰ খাটৰ ওচৰত বহিবলৈ মাতি বুলিলে, বেহেৰা, তুমি জিহকে এতিয়া মোৰ আগত কৈচা তাতে মোৰ বৰ আনন্দ হৈচে। তুমি জে আপোনাক পাপি বুলি কোআ, আৰু পাপিক গঙ্গাই পবিত্ৰ কৰিব নোআৰে, ইয়াতে মই অতি আনন্দ পাইচোঁ; এই কথা ইস্বৰৰ আত্মা য়িচু খ্ৰিষ্টৰ দোআৰাইহে তোমাক জনাইচে, আৰু তেঁও তোমাক আপোনাৰ ওচৰলৈ মাতিচে। জি জনে তোমাক নিমন্ত্ৰন কৰিচে তেঁও বিস্বাসি। হে মোৰ প্ৰিয় বেহেৰা, স্বৰগত থকা প্ৰথমে জনমাবিলাকৰ মহা সভা আৰু মণ্ডলিৰ মাজত তোমাক মই পাচত দেখিম। ইব্ৰিলৈ পত্ৰ ১২ আধ্যাৰ ২৩ পদ। হে বেহেৰা, মোৰ পিত্ৰি মাত্ৰি মৰাৰ পাচত

তুমি মোক মৰম কৰিচিলা। তুমি জি ৰুপ পাটনাৰ জিলাতে মোৰ আইৰ ঘৰৰ ওচৰৰ বাৰিৰ মাজলৈ মোক লৈ ফুৰাইচিলা, সেই প্ৰথম কথা মোৰ মনত আচে। তেতিয়া তোমাৰ বাহিৰে মোক আৰু কোনেও দায়া ন কৰিচিল; এই কাৰনে মই আপুনি এতিয়া সুখত থাকি, তোমাক নৰকৰ বাটত জাবলৈ এৰিব পাৰিম নে? মই তেনে কৰিব নোআৰোঁ। ইস্বৰৰ ধন্যবাদ হওক, ইস্বৰৰ ধন্যবাদ হওক, কিয়নো মই জানিচিলোঁ তেঁও মোৰ প্ৰাৰ্থনা সুনিব, কিন্তু মোৰ ম্ৰিতুৰ পাচতহে তুমি খ্ৰিষ্টিয়ান হবা এনেকৈ ভাবিচিলোঁ। হেনৰিএ আৰু কলে বোলে, বেহেৰা, মই মৰিলে পাচত তুমি কলিকতাৰ স্মিথ চাহাবৰ তলৈ জাবা। জদি মই লিখিব পাৰিলোঁহেঁতেন তেনে হলে তেঁওলৈ চিঠি দিলোঁহেঁতেন। কিন্তু তুমি মোৰ একোঁচা চুলি তেঁওৰ আগলৈ লৈ জাবা, আৰু কবা, সৰু হেনৰিএ ইয়াকে দি পঠাইচে। মই বেৰন মেমৰ হতুআই তাক কটাই তুলাপাতৰ মাজত সুমাই থম। তুমি তেঁওৰ আ-

গত কৰা, বৰ্হম্পুৰত জি সৰু হেনৰি মৰিল, সিয়ে তুতিকৈ এই প্ৰাৰ্থনা কৰিচে, জেন্ন এই দুখিয়া বেহেৰা জি জনে খ্ৰিষ্টিয়ান হোআত জাতি গৈচে, দায়ালু স্মিথ চাহাবে তাক প্ৰতি-পালনৰ উপাই দিব। তেতিয়া মই জাতি তিয়াগ কৰিম, বা ন কৰিম, ইয়াকে নিচইকৈ নে জানোঁ, এই কথা বেহেৰাই কব খুজিলে; কিন্তু হেনৰিএ তাৰ মুখত হাত দি কলে, বোলে, ন কবা, ন কবা। জিহতে ইস্বৰে তোমালৈ ক্ৰোধ কৰিব, আৰু পাচে তুমি নৰকি হবা, এনে কথা ন কবা, কিয়নো মই জানোঁ তুমি খ্ৰিষ্টৰ সেৱক হৈ মৰিবা। ইস্বৰে তোমাৰ ওপৰত উতম কৰম কৰিবলৈ ধৰিচে, তেঁও তাক সিধি কৰিব।

এই কথা কোআৰ সময়তে বেৰন মেমে খোঁটালিৰ মাজলৈ আহি, সিহঁতৰ কথা বাত্ৰা জেন ভঙ্গা ন হই, এই নিমিত্তে খাটৰ পাচ ফালে থিয় হৈ থাকিল। পাচে তেঁও আগলৈ আহিলত হেনৰিএ দেখা পাই নিবেদন কৰি কলে, বোলে, মোৰ মুৰৰ টুপি গুচাই কি-

চুমান চুলি কাটা, কিয়নো মোৰ কেতবোৰ মিতিৰ মানুহে তাক খুজিচিলে। বেৰন মেমেও তাৰ ইচাৰ দৰে কৰিবলৈ ধৰিলে; কিন্তু জেতিয়া তেঁও তাৰ টুপি গুচালে, তেতিয়া তাৰ সুন্দৰ চুলি তাৰ আনন্দ মুখৰ চাৰিও ফালে পৰা দেখি, মনত পৰিল জে বেগতে তাক আৰু নে দেখিম; এই দৰে মনত চিন্তি, আপোনাৰ সোক সামৰিব নোআৰিলে। আৰু আপোনাৰ হাতেৰে ধৰি তাক বুলিলে, হে মোৰ প্ৰিয় লৰা, তোমাক বিদাই দিয়াটো মই সহিব নোআৰোঁ। ইয়াতে সেই সৰু লৰাৰো মন কিচু অথিৰ হৈ, বেৰন মেমক অতি নম্ৰৈকে মিনতি কৰি কলে, "মোত তুমি প্ৰিতি কৰা হলে, তেন্তে পিত্ৰিৰ ওচৰলৈ জাঁও, মোৰ এই কথাতে তোমোলাকৰ আনন্দ হলহেঁতেন"। য়োহান ১৪ আধ্যাৰ ২৮ পদ।

সেই ৰাতিতে হেনৰি অতি নিৰ্বলি হৈ গল, আৰু পাচৰ দিনা সন্ধিয়া বেলিত অচেতনৰ দৰে আচিল। জেতিয়া তাক দৰব বা খোআ বস্তু দিবৰ নিমিত্তে জগোআ হৈচিল, তেতিয়া সি

ৰুত, কাৰ লগত আছিল, ইয়াক নিচয়ে গিয়ান নাই জেন দেখা হৈছিল। গধুলি অকস্মাতে চেতন পাই তাৰ মাকক চাবলৈ মাতিছিল, কিন্তু আগেএ তেঁওক দেখিবলৈ ইচা নাছিল, কিয়নো তেঁও ঘৰতে থাকিও তথাপি তেঁও লৰাৰ কাৰনে একো চিন্তা ন কৰিলে; পাচে জেতিয়া তাৰ এক ঘণ্টাৰ মুৰত মৰন হব পাৰে, এনে সময়ত ৰঙ্গ ধেমালি চাবলৈ জাবৰ মন তেঁও ন কৰিলে। তেঁও হেনৰিৰ নিমিত্তে কৰিব লগা কৰম একো কৰা ন হল; এই কথা মনত ভাবি, হেনৰিএ মাতিচে, তেঁও এই সাৰ কথা জেতিয়া সুনিলে, তেতিয়া তেঁও বৰকৈ ভই কৰিচিলে। পাচে তাৰ খাটৰ কোখৰলৈ জোআত, হেনৰিএ অতি প্ৰেম আদৰ কৰি কলে, বোলে, আন সকলো মানুহ খোঁটালিৰ বাহিৰলৈ জাওক, কিয়নো আয়ে সৈতে কিচু কথা কবলৈ আচে। সি তেঁৱে সৈতে অনেক বেলিলৈকে কথা হল, কিন্তু কি কথা হল কোনেও নে জানিলে। তথাপি মনে ধৰে সেই প্ৰিয় লৰাই তাৰ মাকৰ লগত জি সেস

কথা হল, তেঁওৰ অমুল্য প্রান নৰকৰ পৰা ৰখ্যা কৰাৰ নিমিত্তে কৈচিল। হেনৰিৰ খোঁটালিৰ পৰা ওলালত তেঁওৰ চকু ক্রন্দনতে উথহি পৰিল, আৰু তেঁওৰ হাতত হেনৰিৰ সৰু সাস্ত্র, জি আগেএ সদাই খাটৰ ওপৰত সি ওচৰতে ৰাখিচিল, তাকে এতিয়া তেঁওক দিয়া হল। হেনৰিৰ মাক আপোনাৰ খোঁটালিত গৈ, দুআৰ বান্ধি, জেতিয়ালৈকে হেনৰিৰ ম্রিত্যুৰ বাত্রা নু সুনিলে, তেতিয়ালৈকে তাতে কোনেও নে দেখাকৈ থাকিল। সেই দিনৰে পৰা আগৰ দৰে সংসাৰিক সুখলৈ মন নি দি, ৰঙ্গ ধেমালিও এৰি, সৰু হেনৰিৰ সাস্ত্র নিতৌ নিতৌ পৰ্হি থাকে।

এতিয়া তেঁওৰ কথা এৰি, পুনৰাই হেনৰিৰ কথা লিখোঁ। জি লোকে ম্রিত্যুৰ নিমিত্তে ভাবি আনন্দ পাই, সেয়ে অতি অলপ; কিন্তু ম্রিত্যুৰ কালত সাধু লোকে জি আনন্দ আৰু ঔস্বৰ্জ পাই, তাক নিচেই বুজিব নোঅৰা লোক অনেক অনেক আচে। সিহঁতলৈ ম্রিত্যুৰ কথা কেৱল দুখ দিঁওতাহে হই, এই নিমিত্তে মোৰ বিবৰন বেগতে সমাপ্ত কৰোঁ। পাচৰ দিন দেও-

বাৰ হৈছিল, সেই দিনা দুপৰৰ সময়ত হেনৰিএ এই কুচিত জগতৰ পৰা মুকুত হৈ, স্বৰ্গৰ ধামলৈ নিয়া হল; আৰু ম্রিত্যুৰ জাতনাৰ মাজতো তাৰ মন অতি থিৰে থাকিলে। "তেনে পৰমাৰ্থিকৰ ম্রিত্যুৰ নিচিনা আমাৰ ম্রিত্যু হওক, আৰু আমাৰ সেস গতি তাৰ গতিৰ নিচিনা হওক"। গননৰ পুথিৰ ২৩ আধ্যাৰ ১০ পদ।

বেৰন চাহাব, আৰু বেৰন মেম, আৰু বেহেৰা, ইবিলাক সেস কাললৈকে তাৰ লগত আছিল, আৰু বেৰন চাহাবে সোক কৰি তাক মৈদামত থবলৈ নিয়াত তাৰ পিচে পিচে গল।

অলপ দিনৰ পাচত হেনৰিৰ মাকে তাৰ ওপৰত মৈদাম বান্ধি, তাতে তাৰ নাম, আৰু বয়স এই ৰুপে লিখিলে।

সোঁৱৰনৰ নিমিত্তে।
সৰু হেনৰিৰ এই মৈদাম বন্ধা হল।
তাৰ বয়স ৮ বচৰ, আৰু ৭ মাহ।
"জি জনে মোক নিমন্ত্রন কৰিচে, তেঁৰে বিশ্বাসি"
প্রথম থেচলনিকি ৫ আধ্যাৰ ২৩ পদ।



হেনৰিৰ মৈদাম ।

পাচে স্মিথ চাহাবৰ ইচাৰে এই পদো লিখা হল ।

"জি মানুহে পাপিক ভুমি জোআ পথৰ পৰা পালটাই আনে, সি তাৰ আত্মা মিত্যুৰ পৰা ৰখ্যা কৰে, আৰু অনেক পাপ সমুহ ঢাকে ।"—য়াকোব ৫ আধ্যাৰ ২০ পদ ।

জেতিয়া মই প্ৰথমে বৰ্হম্পুৰলৈ গৈচিলোঁ সৰু হেনৰিৰ মৈদাম দেখিলোঁ । তেতিয়া হলে অতি সুন্দৰ ৰুপে আচিল, আৰু সেই লিখাও ভালকৈ পৰ্হিব পৰা হৈচিল; কিন্তু সেই দেসৰ জলজুক্ত বতাহে হেনৰিৰ মৈদাম কলা কৰি, চাৰিও ফালে থকা আন মৈদামৰ মাজত তাক চিনিব নোঅৰা কৰিলে, ইয়াকে সুনিচোঁ । কিন্তু এয়ে অসন্তোস কৰা কাৰন ন হই, কিয়নো হেনৰিক জনা সকলো মানুহে অনেক দিনৰ আগৰে পৰা বৰ্হম্পুৰ এৰিলে, আৰু এই প্ৰিয় লৰাই, আপোনালৈ অখই অধিকাৰ পালে বুলি স্বৰুপকৈ জানিচোঁ । "সংসাৰ আৰু তাৰ সুখ ভোগ লোপ হৈ জাই, কিন্তু জি জনে ইস্বৰৰ ইষ্ট কৰম কৰে, সি

চিৰজিবি হই"। প্ৰথম য়োহান ২ আধ্যাৰ ১৭ পদ।

জি সকলে এই আখ্যান পৰ্হেঁ, বেহেৰাৰ সেস কথা জানিবলৈ ইচা কৰিব বুলি ভাবিচোঁ। তাৰ কথা এই; তাৰ সৰু চাহাবক মৈদামত থোআৰ পাচত, সি দৰমহা, আৰু অনেক বক্-চিচ পাই, বেৰন মেমৰ পৰ এখন চিটি, আৰু তেঁওৰ হতুআই তুলাপাতত বন্ধোআ হেনৰিৰ একোঁচা চুলি লৈ, স্মিথ চাহাবৰ তলৈ গল। স্মিথ চাহাবে তাক তেঁওৰ ঘৰত ৰাখিলে, আৰু তেঁৱে সৈতে সি ভাৰত বৰিসৰ এটা দুৰৈ জিলালৈ গল; তাতে জাতি আৰু দেও পূজকৰ ধৰম এৰি, খ্ৰিষ্টিয়ান ধৰম গ্ৰাজ্য কৰিলে। ইস্বৰক প্ৰেম ভক্তি কৰা চিন ওলালত, তাক মণ্ডলিৰ মাজত লোআ হল, আৰু তাতে স্বৰূপ খ্ৰিষ্টিয়ানৰ প্ৰমান মিতুলৈকে দেখাই থাকিল। সেই সময়তো য়োহান উপনাম দিয়া হল, আৰু সৰু হেনৰিৰ দোআৰাই পৰিত্ৰানৰ সত্য গিয়ান পোআৰ কাৰনে, তাৰ মৈদামত লিখা সেস পদ তেতিয়া দিয়া হৈছিল।

ওপৰত লিখা হেনৰিৰ প্ৰায়ে সকলো কথা বেৰন মেমৰ, আৰু স্মিথ চাহাবৰ পৰা গোটাই লিখিলোঁ।

ভাৰত বৰিসৰ আৰু আচামত থকা সকল, হেনৰিৰ বিবৰন মনত সোঁঅৰা, আৰু তোমোলাকেও তৈ তেনেকৈ কৰা। "কিয়নো গিয়ানৱন্তবিলাকে আকাসৰ দিপ্তিৰ দৰে প্ৰকাস কৰিব, আৰু জিবিলাকে অনেকক ধৰম পথলৈ ওভোতাই, সিবিলাকে সদাই তৰাবিলাকৰ দৰে দিপ্তি পাব"। দানিএলৰ ১২ আধ্যাৰ ৩ পদ।



## স্বৰগৰ সুখ ।

ইস্বৰৰ জি পৰম ঠাই,
তাত নাই কোনো কলে খই;
সেই থান সাধু লোকে পাই
থাকিব আনন্দমই ।

দিনে ৰাতি স্তুতি গান
সদাই সুনি সুন্দৰ সুৰ;
প্ৰিতিৰ বাহিৰ তাত নাই আন,
সকল মুখে প্ৰেম প্ৰচুৰ ।

সুনা, সুনা দুতৰ গান,
কেনে সুন্দৰ সুৰে গাই;
সিবিলাকৰ সকল মন
থাকে বৰ আনন্দ সদাই ।

ঠাই জেন পাঁও হে প্ৰভু তাত,
সুচি কৰা মন আমাৰ;
সাৰি পাপ সকলৰ হাত
কৰিম স্তুতি গান তোমাৰ । ন. ল.



পৰ্হা সালিৰ নক্চা ।

Mother and daughter

# মাক জিএকৰ

## প্ৰথম কথোপকথন ।

ধনতকৈ বিদ্যা উত্তম ।

Knowledge better than Riches.

মাকে সুধিলে, হে মোৰ আইটি, তুমি কৰ পৰা আহিলা ?

জিএকে কলে, মই পৰ্হা সালিৰ পৰা আ-হিলোঁ ।

মা । পৰ্হা সালিলৈ গৈ, লিখি পৰ্হি থাকি-বলৈ ভাল পোৱা নে, নো পোৱা ?

জি । হই আই, লিখি পৰ্হি থাকিলে ভাল পাঁও ।

মা । লিখা পৰ্হা ন কৰি এনেই থাকিলে, তাতে তোমাৰ কিবা হানি হই নে ?

জি । আই, তাতে সকলোএ মোক অগি-য়ানি বুলি হাঁহিব ।

মা । আইটি কোআচোন, বিদ্যা হলে কাৰ উপকাৰ হব?

জি । মোৰ আপোনাৰো, পিত্রি মাত্রিৰো, আৰু আন লোকৰো উপকাৰ হব পাৰে ।

মা । কোআচোন, বিদ্যা বৰ ধন নে, টকা বৰ ধন?

জি । মোৰ মনে হলে বিদ্যা বৰ ধন ।

মা । কিয়?

জি । কিয়নো ৰিদ্যা হলে কোনো কালেও নষ্ট ন হই, খৰচ কৰিলেও বাৰ্হে, স্বৰগলৈ জাবৰো উপকাৰ কৰে ।

মা । বাৰু, বুজিলা আইটি, এতিয়া ঘৰৰ জি জি বন কৰিবলৈ আচে, তাকে কৰাগৈ ।

জি । বাৰু জাঁও ।





## দুতিয় কথোপকথন ।

কাক প্রেম কৰিব লগা?

Whom ought we to love?

মা । কোঁআচোন আইটি, পৰ্হা মালিত জি জি সিকিচা, মনত আচে নে?

জি । হই আই, মনত কিয় নে থাকিব?

মা । বাৰু, কোঁআচোন, কাক বৰকৈ প্রেম কৰিব লাগে?

জি । ইস্বৰক বৰ প্রেম কৰিব লাগে ।

মা । আৰু কাক কাক প্রেম কৰিব লাগে?

জি । মাক বাপেকক কৰিব লাগে ।

মা । আৰু কাকো প্রেম কৰিব নে লাগে নে?

জি । সকলোকে প্রেম কৰিব লাগে ।

মা। ইস্বৰক প্ৰেম কৰাৰ কি চিন?

জি। ইস্বৰৰ আগ্যা মনাই চিন।

মা। পিত্ৰি, মাত্ৰিক প্ৰেম কৰাটো, কেনেকৈ বুজিব পাৰি?

জি। পিত্ৰি মাত্ৰিৰ কথা মনাৰেই বুজিব পাৰি।

মা। সকলোকে প্ৰেম কৰা কেনেকৈ বুজা জাব?

জি। সকলোৰে হিত চিন্তিলেই প্ৰেম বুজা হব।





# ত্রিতিয় কথোপকথন ।

### ইস্বৰৰ বিসই ।

**About God.**

মা । হেৰা আইটি, কোআচোন, জি জন ইস্বৰ তেঁও নো কেনেকুআ?

জি । ইস্বৰ নিৰাকাৰ আত্মা ।

মা । তেঁওক কোনোএ কেতিয়াবা দেখা পাই নে?

জি । কোনেও দেখিবলৈ নে পাই ।

মা । তেঁও কত আচে?

জি । সকলো ঠাইতে আচে ।

মা । ইস্বৰৰ কি কি গুন আচে?

জি । তেঁওৰ অসিমা প্রেম, আৰু গিয়ান, সক্তিকে আদি কৰি অসিম সদ গুন আচে ।

মা। তেঁও নো সকলোৰে হিত কৰে নে?

জি। হই আই, হিত কৰে, কিয়নো তেঁও আপুনি প্ৰেম স্বৰূপ।

মা। তেঁও নো তোমাক দেখিচে নে?

জি। অকল মোকে দেখিচে, এনে ন হই, তেঁও সকলোকে সদাই দেখি আচে।

মা। তেঁও নো তোমাৰ মনৰ কথা জানে নে?

জি। হই, জানে।

মা। তোমাৰ খোআ, পিন্ধা বস্তু কোনে দিএ?

জি। ইস্বৰে দিএ।

মা। ইস্বৰত পাপ আচে নে?

জি। আই, ইস্বৰত পাপ নাই কিয়া, তেঁও নিষ্পাপি।

মা। ইস্বৰে কোন বস্তুক ঘিন কৰে?

জি। অকল পাপকহে মাথোন ঘিন কৰে।



## চতুর্থ কথোপকথন ।

### স্রিষ্টি কৰাৰ বিসই ।

The Creation.

মা । হেৰা মোৰ আইটি, কোআচোন, সকলোৰে স্রজন কর্তা কোন ?

জি । ইস্বৰহে ।

মা । তেঁও কেনেকৈ স্রিষ্টি কৰিলে ?

জি । ইস্বৰে হওক বুলি আগ্যা কৰা মাত্রকে স্রিষ্টি হল ।

মা । কেই দিনৰ ভিতৰত জগতক সুজন কৰি এঁটালে?

জি । চ দিনত ।

মা । প্ৰথম দিনা কিহৰ সুজন কৰিলে?

জি । পহৰ সুজিলে ।

মা । দুতিয় দিনত কি কৰিলে?

জি । আকাস সুজিলে ।

মা । ত্ৰিতিয় দিনত কি কৰিলে?

জি । সাগৰ, নদি, প্ৰিথিবি, আৰু গচকে আদি কৰি, আন আন সকলো বস্তু সুজিলে ।

মা । চাই দিনৰ দিনা কি কি হল?

জি । সুৰ্জ, চন্দ্ৰ, গ্ৰহ, নখ্যত্ৰ, এইবিলাক হল ।

মা । পাঁচ দিনৰ দিনা ইস্বৰে কি কি বস্তু সুজিলে?

জি । মাচ আৰু চৰাইবিলাকক ।

মা । চ দিনৰ দিনা কি কি স্ৰিষ্টি কৰিলে?

জি । পহুকে আদি কৰি জন্তুবিলাক সুজিলে।

মা । চ দিনৰ দিনা ইস্বৰে আৰু কিবা সুজিলে নে?

জি । হই, মানুহকো স্রুজিলে ।

মা । ইস্বৰে কিহেৰে মানুহক স্রুজিলে?

জি । মাটিৰে ।

মা । মানুহৰ নৰিল মাটিৰে সাজি পাচে কি কৰিলে?

জি । সেই নৰিলতে জিৱাত্মা আৰু প্রান সুমাই দিলে ।

মা । ইস্বৰে চ দিনতে সকলো স্রিষ্টি কৰি এঁটাই, পাচ দিনা বিস্রাম কৰি আমাক কি আগ্যা দিলে?

জি । এই আগ্যা দিলে, বোলে, তোমোলাকে সপ্তম দিনক পবিত্র ৰুপে মানিবা ।

মা । ইস্বৰৰ সেই আগ্যা কেনেকৈ মনা হব?

জি । চই দিনত খোআ বোআ আদি কৰি ঘৰৰ সকলো সংসাৰিক কাম কৰি, সপ্তম বাৰে ইস্বৰৰ ভজনা কৰিব লাগে ।





## পঞ্চম কথোপকথন ।

### মানুহৰ জিৱাত্মাৰ বিসই ।

The Soul of Man

মা । হে মোৰ আইটি, কোআচোন, জগতৰ ভিতৰত কি বস্তু বহু মুল্য?

জি । মানুহৰ জিৱাত্মা ।

মা । কিয়?

জি । কিয়নো মানুহৰ জিৱাত্মা কেতিয়াও নষ্ট ন হই ।

মা । জেতিয়া ইস্বৰে মানুহ সৃজিচিল, তেতিয়া তাৰ জিৱাত্মা আৰু মন কেনেকৈ আচিল?

জি । অতি সুন্দৰ আৰু নির্মল হৈ আচিল ।

মা । তোমাৰ জিৱাত্মা আৰু মন এতিয়াও তেনে হৈ আচে নে?

জি। ন হই আই, মোৰ জিৱাত্মাতে আৰু মনতে অনেক কুমতি জনমিচে।

মা। সেই মতি নো কেনেকুআ?

জি। মন ইস্বৰলৈ ন গৈ সদাই কুপথে জাই।

মা। মানুহৰ এনে অৱস্থা কেতিয়াৰ পৰা হৈছিল?

জি। জেতিয়া আমাৰ আদি পুৰুস আদমে পাপ কৰম কৰিচিলে, তেতিয়াৰে পৰা এনে কুমতি হল।

মা। পাপ নো কেনে?

জি। ইস্বৰৰ আগ্যা নে মানি জি কুকৰম কৰে, সেয়ে পাপ।

মা। জিবোৰে পাপকে ভাল বোলে, সেই-বোৰ কলৈ জাব?

জি। দোর্ঘোৰ নৰকলৈ জাব।

মা। জিবোৰে ইস্বৰক প্রেম কৰে, সেই-বিলাক কলৈ জাব?

জি। সেইবোৰ স্বৰগলৈ জাব।



# সষ্ট কথোপকথন ।

## পৰিত্ৰান পাবৰ উপাই ।

**Way of Salvation.**

মা । হে মোৰ চেনেহৰ আইটি, কো-আচোন, পাপৰ আৰু নৰকৰ পৰা কোনে উধাৰ কৰিব পাৰে?

জি । প্ৰভু য়িচু খ্ৰিষ্টে উধাৰ কৰিব পাৰে

মা । আমাক উধাৰ কৰিবলৈ তেঁও কি কৰম কৰিচিলে?

জি । স্বৰগ এৰি প্ৰিথিবিলৈ আহি, মানুহ জনম ধৰিচিল ।

মা। তেঁও জগতৰ মানুহলৈ কি কৰিলে?

জি। তেঁও আমাৰ সলনি, পাপৰ সাস্তি ভোগ কৰিলে।

মা। কিমান কাললৈ দুখ ভোগ কৰিলে?

জি। তেঁওৰ মিৃত্যু হোআলৈকে।

মা। তেঁও মিৃত্যু হোআত আমাৰ কি উপকাৰ হৈচে?

জি। আমাৰো, আৰু সকলো মানুহৰো পাপৰ প্ৰাচিত হৈচে।

মা। জিবোৰে খ্ৰিষ্টত বিস্বাস কৰি পাপ কৰম তিয়াগ কৰে, সিবিলাকৰ কি গতি হব?

জি। সিবিলাকৰ পাপ খেমা হোআত স্বৰগ ভোগ হব।

মা। কোআচোন, য়িচু খ্ৰিষ্টে সৰু সৰু লৰাবিলাকক দায়া কৰে নে?

জি। হই আই, জেয়ে তেঁওত সৰন লই, তেঁও তাক দায়া কৰে।

মা। হে মোৰ আইটি, পাপ কৰম তি-য়াগ কৰি খ্ৰিষ্টত বিস্বাস কৰিবলৈ মানুহৰ এনে মন আচে নে?

জি । নাই আই, মানুহৰ তেনে ইচা নাই।

মা । তেনে ইচা কিয় ন হই?

জি । কুমতিৰ কাৰনে ।

মা । তেন্তে সুমতি হবৰ উপাই কি?

জি । ইস্বৰত প্ৰাৰ্থনা কৰা ।

মা । কেনেকৈ ইস্বৰে সুমতি দিএ?

জি । তেঁও ধৰ্ম্ম আত্মা দি মন ভাল কৰে, তাতে সুমতি হই ।

মা । ইস্বৰলৈ প্ৰাৰ্থনা কেনেকৈ কৰিব লাগে, মোৰ আগত কৰি সুনুআচোন ।

জি । হে ইস্বৰ, তুমি জগতৰ স্রুজন কৰ্ত্তা, আৰু প্ৰতিপালন কৰ্ত্তা, মই পাপ কৰম কৰিলোঁ, আৰু মোৰ মনো অসুধ; হে ইস্বৰ, দায়া কৰি খ্ৰিষ্টৰ মৰনৰ দোআৰাই মোৰ পাপ খেমা কৰা, আৰু ধৰম আত্মা দি মোৰ মন সুচি কৰা; মোকো আৰু সকলোকে ৰখ্যা কৰা; খ্ৰিষ্টৰ নামেৰে তোমালৈ এই প্ৰাৰ্থনা কৰিচোঁ।

মা । ইস্বৰ, আৰু য়িচু খ্ৰিষ্ট, আৰু পবিত্ৰ আত্মা, তুমি এই তিনি নাম ললা, ইবিলাক বেলেগ বেলেগ নে?

জি । ন হই আই, সিবিলাক তিনিও এক, একেই তিনি ।



## সপ্তম কথোপকথন ।

অগিয়ানিক নিন্দা ন কৰাৰ বিসই ।

We must not ridicule the Ignorant.

জি । হেৰা আই, চোআচোন, আজি ৰাতি পুআ জইদেউৰ জিএক তাৰা, আমাৰ ঘৰলৈ আহিচিল ।

মা। ভাল আই, তায়ে সৈতে তোমাৰ কি কথাৰ আলাপ হৈছিল?

জি। আন আন কথা বাত্ৰা হলত পাচে মই তাইত কলোঁ, হেৰা তাৰা, তোমাত এটি কথা সোধোঁ, ইস্বৰ জে আচে তেঁও কেনেকুআ? তাতে তাৰাই বোলে, তাক মই নে জানোঁ।

মা। তাৰ পাচত আৰু কিবা সুধিছিলা নে?

জি। মোৰ কিতাপৰ ভিতৰত এঠাইত পৰ্হিব দিলোঁ, তাই বুলিলে, লিখিব পৰ্হিব নে জানোঁ।

মা। তাতে তুমি কি বুলিলা?

জি। মই অলপ মান হাঁহিলোঁ।

মা। আই, তুমি সেই কৰমটো ভাল কৰা নাই; চোআচোন, তুমি জি লিখা পৰ্হা সিকিচা, তাতে মনে মনে আনন্দ কৰা ভাল; কিন্তু তাৰাই জে তোমাৰ দৰে নি সিকে, তাতে আনন্দ কৰা ভাল ন হই। ভাবি চোআ, লোকৰ দুখ দেখিলে হাঁহিব নে লাগে, খেদহে কৰিব লাগে। হে আইটি, তুমি জে ন জনা লৰাৰ নিচিনা এনেকৈ হাঁহিছিলা, এই কাৰনে

ইস্বৰৰ আগত খেমা হবলৈ প্ৰাৰ্থনা কৰা; আৰু দেখাচোন, তুমি জে লিখা পঢ়া সিকিচা, ইয়াতে ইস্বৰে তোমাক কেনে দায়া কৰিচে; এই নিমিত্তে তেঁওক স্তুতি কৰা, আৰু তাৰাকো জেন সেই দৰে দায়া কৰে, এই নিমিত্তে আৰু প্ৰাৰ্থনা কৰা; আৰু তাৰাই জেনেকৈ লিখা পঢ়া সিকিব পাৰে, তালৈ কাৰ্বাৰ কৰা।

জি। হই আই, মই জে এনে কাম কৰিচিলোঁ, সেই কাম ভাল ন হই, ইস্বৰে মোক খেমা কৰোক, আৰু তাৰাৰ কাৰনে জি প্ৰাৰ্থনা কৰিচোঁ, ইয়াকো সুনোক।





# অষ্টম কথোপকথন ।

প্রতিমা পুজা কৰাৰ বিসই ।

Worship of Images.

মা । আইটি, আজি তুমি পৰ্হা সালিলৈ জাঁওতে বাটত কোনো লোকৰে দেখা দেখি হৈছিলা নে?

জি । হই আই, বিমলাই সৈতে দেখা হৈ-
চিলোঁ ।

মা । তাই কি কৰিচিল?

জি । কেতবিলাক পুতলা সাজিচিল ।

মা । তাই তোমাক কিবা কথা কৈচিলে নে?

জি । তাই কলে আঁহা ভনি, আমি পুতলা নি পূজা কৰোঁগৈ; তাতে মই কলোঁ, ন হই ভনি, মই পুতলা পূজা ন কৰোঁ; জি পৰম ইশ্বৰ আচে, তেঁওৰহে ভজনা কৰোঁ । পাচে বিমলাই কলে, ইশ্বৰ নো কেনে? তাইক মই এই উত্তৰ দিলোঁ, তেঁও নিৰাকাৰ আত্মা, আৰু তেঁও সকলো ঠাইতে আচে, আমাক সকলো বস্তু দি প্ৰতিপাল কৰিচে; আৰু তেঁওক দি তুষ্ট কৰিবলৈ এনে একো বস্তু নাই, কেৱল মানুহৰ মনহে আচে, মন দিলেই তেঁও তুষ্ট হই; আৰু কায়ে বাক্যে মনে সৈতে তেঁওৰ আগ্যা মানিলে তেঁও তুষ্ট হই । কিন্তু তেতিয়া সেই ঠাইত জি মানুহবিলাক আচিল, সিহঁতে মোৰ এই কথা সুনি কঠিন বাক্যৰে মোক গালি পাৰি নিন্দা কৰিবলৈ ধৰিলে ।

মা । তাতে তুমি কিবা বুলিচিলা নে?

জি । নাই আই, তাক একো নু বুলি, মনত বৰ দুখ পাই মনে মনে উভতি গুচি অহি-লোঁ ।

মা । তুমি সিইঁতক একো কথা কোআ নাই, ইয়াকে বৰ ভাল কৰিচিলা; এতিয়া আঁহা, ইস্বৰে জেন সিইঁতৰ ওপৰত আসির্বাদ কৰে, আৰু সিইঁতে জেন সত্য ৰূপে তেঁওক জানিব পাৰে, এনে মতি ইস্বৰে দিওক; এই নিমিতে তেঁওৰ চৰনত প্ৰাৰ্থনা কৰোঁ ।



## নৱম কথোপকথন ।

অনুচিত ৰূপে কাল নিওআৰ বিসই ।

Misimprovement of Time.

মা । হেৰা মোৰ সোনাই, তুমি সিৱসুন্দৰিৰ ঘৰলৈ গৈচিলা নে?

জি । হই আই, গৈচিলোঁ ।

মা । তেঁৱে সৈতে তোমাৰ কি আলাপ হৈছিল?

জি । তাইৰ লগত মোৰ কি আলাপ হব পাৰিব আই? তাই আপুনিও, আৰু ভায়েক ভনিয়েকবিলাকো কোনো কালত পৰ্হা সালিলৈ জোআ নাই; আৰু লেখা পৰ্হাও নে জানে; সেই দিনা মই পৰ্হা সালিৰ পৰা আহোঁতে মোক দেখা পাই, মোৰ হাতত ধৰি মাতি লৈ গল ।

মা । তেন্তে নিতৌ নিতৌ সিইঁতে কি কৰম কৰে?

জি । গান, বাজনা, আৰু নাচ কৰি দিন নিয়াই ।

মা । তেনে কৰিলে কি হই?

জি । তাক দেখি সুনি অনেকে ভাল পাই ।

মা । বাৰু, তুমি তাক দেখি সন্তোস হলা নে, ন হলা?

জি । ন হই আই, মই দুখ পাই কান্দি কান্দি উভতি আহিলোঁ ।

মা । তুমি কিয় কান্দি কান্দি উভতি আ-হিলা?

জি । কিয়নো সিৱসুন্দৰিক মই বৰ ভাল পাঁও, আৰু জানো সিৱসুন্দৰিএ জি কৰম কৰে তালৈ মন আনন্দ হৈ জাই; আৰু তোমাৰ মুখত সুনিচোঁ, জিবিলাকে ইস্বৰক পাহৰি এই সংসাৰত মন দিএ, সিহঁতলৈ ইস্বৰ তুষ্ট ন হই, এই কাৰনে কান্দি উভতি আহিলোঁ ।

মা । মোৰ কলিজা, তুমি ভাল বুজিচা; কিয়নো জিহতে মনত কুচিন্তা জনমে, তাতে ইস্বৰ তুষ্ট ন হই, কিন্তু জিহতে মনৰ কুভা-বনা গুচি সজ গিয়ান প্রকাস হই, তাতহে ইস্বৰ সন্তোস হই; আমি গান, বাজনা, নচা আ-দি অনুচিত কৰম নাচৰি, পৰ্হা সালিলৈ গৈ লিখা পৰ্হা সিকিব পাঁও; আৰু জি গিততে ইস্বৰে ভাল মতি জনমাই, এনে গিত গান কৰি ইস্বৰৰ স্তুতি প্ৰাৰ্থনা নিতৌ নিতৌ কৰিব লাগে



## দসম কথোপকথন ।

দৰিদ্ৰক উপকাৰ কৰাৰ বিসই ।

We should help the Needy.

মা । হে মোৰ দেহ লাউ, আঁহা, এতিয়া আমি গুৰুদাসিৰ ঘৰলৈ জাঁও ।

জি । বাৰু, গৈচোঁ আই, বলা ।

মা । হেৰা আইটি দেখাচোন, এই তিৰোতা জনিএ বাটত বহি কান্দি আচে; দেখা দেখা, কিয় কান্দিচে, সোধাগৈ, তাইৰ কোনোবা মৰিচে হবলা ।

জি । আই, কথা স্বৰূপ হই, মই সুধিলত পাচে তাই কলে, মোৰ স্বামি মৰিল, আৰু আই, মোৰ এই লৰাবিলাকক কোনে প্ৰতিপাল কৰিব, স্বামিটিও মৰিল আৰু মোৰ কেও নাই, মই অনাথ হলোঁ ।

মা । হাই হাই, এঁওৰ স্বামি মৰিল, তেন্তে

বৰ দুখৰ কথা হই; এঁওৰ লৰা কেইটিক ইশ্বৰে দায়া কৰোক ।

জি । আই, তেঁও কলে, লৰা দুটি আৰু চোআলি এটি; আৰু দেখিলোঁ আটাই কেইটি সৰু সৰু ।

মা । অস! এনে দুখৰ সময়ত কি কৰিলে তেঁওৰ উপকাৰ হই ?

জি । অ আই, পৰমুই জি দুটকা ৰুপ মোক দিচিলা, তাৰে এটকা এঁওক দিম ।

মা । বাৰু মোৰ আইটি, তুমিও সেই টকা দিয়া, ময়ো চাই টকা দিচোঁ, এই পাঁচ টকা তেঁওৰ হাতত দি দুটা মান ভাল কথাৰে তেঁওক বুজাই কিচু সান্তনা কৰি আঁহাগৈ; আৰু সুনা-চোন আইটি, লৰা তিনটাক এবাৰ মোৰ ওচ-ৰলৈ মাতি আনিবা, আৰু সিহঁতে জেন পৰ্হা সালিলৈ গৈ লিখা পৰ্হা সিকে, আৰু জেন আপুনি আপুনি জিমান পাৰে পৰিস্রমেৰে আপোনাৰো মাকৰো প্রবৰ্ত্তনৰ নিমিত্তে কাৰ্বাৰ কৰি থাকে তাকে কবা ।

জি । বাৰু, মই এতিয়াই গৈ সিহঁতক

ৰূপ দি তোমাৰ ওচৰলৈ মাতি আনোঁ; সেই লৰা কেইটাৰ উপকাৰ কৰিলে ইস্বৰ সন্তোস হব।

মা। হই আইটি, ভাল বুজিচা, কিয়নো লোকৰ উপকাৰ কৰিবলৈ ইস্বৰৰ আগ্যা আচে, এই হেতুকে সেই আগ্যা মানিলে তেঁও তুষ্ট হব; আৰু সেই আগ্যা মনাটো বৰ টান ন হই, সিও তোমাৰ আনন্দহে; দেখা, জাক উপকাৰ কৰা তাৰো হিত হই, আৰু জি উপকাৰ কৰে, সিও ইস্বৰৰ আসির্বাদ পাই, দুইৰো ভাল।





## একাদস কথোপকথন ।

### লোকৰ মঙ্গলত অসুয়া কৰিব নে পাই ।

**We should not be Envious.**

মা । হেৰা আইটি, তোমাক এটা কথা সোধোঁ, কালি জেতিয়া তুমি কমলাই সৈতে কিতাপ পৰ্হিচিলা, তেতিয়া কমলাই তোমাতকৈ ভাল পৰ্হিলত লোকেও তাইক প্ৰসংসা কৰিচিলে, তোমাক একো প্ৰসংসা কৰা নাই, ইয়াতে মনত কিচু দুখ পাইচিলা নে ?

জি । আই, তুমি জে এই কথাটো মোক আকও সুধিচা, বাৰু কোআচোন, ইয়াতে মনত দুখ পাব লগা হই কি ন হই? দেখাচোন, মোতকৈ কমলা বয়সে কিমান সৰু, আৰু অলপ

দিন লিখা পৰ্হা সিকিচে, তথাপি পাৰ্হিবৰ সময়ত মোতকৈ কমলাই কিয় অতি সুন্দৰ ৰুপে পৰ্হিব পাৰিলে? আগেয়ে মই বুজিচিলোঁ, জে তাইতকৈ লিখা পৰ্হা মইহে ভাল ৰুপে জানোঁ।

মা। হই আই, তেন্তে কমলাই সৈতে তোমাৰ কিবা খিয়লা খিয়লি হৈচিল নে?

জি। হই আই, হৈচিল।

মা। আইটি, তোমাক এটা কথা সোধোঁ, জদি খিয়লা খিয়লি হৈ থাকা, সেইটো পাপ ন হই নে?

জি। আই, অৱস্যে সেইটো পাপ হই, ইস্বৰে মোৰ সেই পাপ খেমা কৰোক; আৰু আকও জেন এনে পাপে মোৰ মনত ঠাই নে পাই, ইস্বৰে মোক এনে অনুগ্রহ কৰোক।

মা। আইটি, তুমি ভাল বুজিচা, দেখা আপুনি বেগতে সিকি বুজি তাইতকৈ অধিক গিয়ান জেনে ৰুপে হই, তেনে কৰিলে তোমাৰ মনৰ সেই হিংসা আৰু নে থাকে, তাতে তোমাৰ মঙ্গল হব। কিন্তু জদি লোকৰ ভাল দে-

খিব নোআৰি অসুয়া মনেৰে খিয়াল কৰা সেই-টো বৰ পাপ; এই হেতুকে লোকক সদাই ভালকৈ হিত কৰিলেই তোমাৰ মনত আৰু হিংসা নে থাকে।



## দ্বাদস কথোপকথন।

খঙ্গ দমনৰ উপাই।

How to suppress Anger.

মা। আইটি হেৰা, তোমাক আৰু এটা কথা সোধোঁ, আজি ৰাতি পুআ তুমি জেতিয়া কিতাপ পৰ্হিচিলা, তেতিয়া বাবৰিএ তোমাৰ কিতাপৰ পাত এটা ফালিলে, তাতে তাইলৈ তোমাৰ খঙ্গ উঠিচিল নে?

জি। হই আই, তাইলৈ খঙ্গ উঠিচিল;

দেখা, মই তাইৰ একো হানি কৰা নাই, আৰু একো বোলাও নাই ।

মা । কিন্তু মই দেখিলোঁ সেই নিমিতে তুমি আকও তাইৰ কিতাপ ফলা নাই, খঙ্গ উঠাতো কিচু বেয়াকৈ বোলা নাই, সেই খঙ্গ-টো কেনেকৈ সহিলা ?

জি । হেৰা আই, দেখা, তেতিয়া মনত এনে ভাবনা হৈচিল, খঙ্গটো অগ্নিৰ নিচিনা, এনে খঙ্গ ৰূপ অগ্নি জাৰ গাত লাগে, তাক একে বেলিএ পুৰি পেলাই; সেই জুই নু নু-মালে জিৱনৰ উপাই নাই । আৰু মনত ভা-বিলোঁ, বোলোঁ, ইস্বৰে অনুগ্ৰহ কৰি মোৰ অসংখ্য অপৰাধ সহিচে, এই হেতুকে এই অপৰাধ ময়ো সহিব লগা উচিত । আৰু আ-মাৰ ত্ৰান কৰ্তা জি প্ৰভু য়িচু খ্ৰিষ্ট, তেঁও নিৰ্দুসি হৈও জদি লোকৰ বৰ বৰ দোস সহি আপোনাৰ প্ৰানকে দিও সিইঁতক প্ৰেম কৰি-লে, তেন্তে বৰ পাপি জি মই, লোকৰ অপ-ৰাধ কিয় মই ন সহিম ?

মা । হে মোৰ আইটি, এনে বুধিমন্তৰ

নিচিনা তুমি মন কৰিচিলা, তাতে মই বৰ সন্তোস পাইচোঁ; ইস্বৰে তোমাক দায়া কৰোক, আৰু নিত্তৌ নিত্তৌ তোমাৰ এনে গিয়ান বৰ্হাওক, তাতে পৰম সন্তোস হৈ থাকিবা ।

---

খ্রিষ্টলৈ সৰু লৰাৰ গিত ।

Hymn of Praise for a little Child.

মই আচিলোঁ অন্য দেসি
দেৱতা পুজকৰ জাত,
এতিয়া প্রভুৰ গ্রিহ ৰাসি
সিকোঁ সত্য স্বৰ্গ পথ;
ধন্য প্রভু,
তুমি অনাথৰহে নাথ ।

য়িহুদি লোকৰো ৰজা
ভবিস্যত্তো বক্তা গন,
নতু অনেক দেসৰ প্রজা,
নে পালে এই ক্রিপা দান;
মোৰ নিচিনা,
পোআ নাই এই পৰিত্রান ।

এই দেসৰো লোক অনেকে
পোআ নাই মুক্তিৰ উপাই,
নু সুনিলেও সুভ বাত্ৰা
ভ্ৰমে সংসাৰৰ চিন্তাই;
দায়াল য়িচু,
মুক্তিৰ পহৰ দিয়োক দেখাই।

এনে মুক্তি ৰূপ জিৱনে
জদি হেলা কৰিম মই,
তেন্তে মহা বিচাৰ দিনে
কোন জনত ধৰিম আস্ৰই?
সকলোতকৈ
মইহে দুসি হম নিচই।



# পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন ।

## OBITUARY NOTICE

OF

# REV. CYRUS BARKER,

AMERICAN MISSIONARY TO ASAM.

BY E. W. BROWN.

SIBSAGOR:
PRINTED AT THE AM. BAPTIST MISSION PRESS.
1850.

## পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন ।

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ সেৱক চাইৰচ বাৰ্কৰ পাদুৰি চাহাব এই অচম দেসত দহ বচৰ মান খ্ৰিষ্টিয়ান মিস্যনেৰি আচিল । ১৮৩৯ সঁকত আপোনাৰ জনম ভুমি আমেৰিকা দেস, আৰু মাক বাপেক, মিতিৰ কুটুম, বং্স পৰিয়াল সকলোকে এৰি, প্ৰভু য়িচুৰ সুভ বাত্ৰা কিৰ্তন কৰিবলৈ জাহাজত উঠি পাৰ হৈ আহিল । ইয়াৰ আগেয়েও দুই তিনি জন মিস্যনেৰি পাদুৰি চাহাব আহিচিল; সিবিলাকৰ লিখা পত্ৰৰ দোআৰাই এই অচম দেসৰ মানুহ কেনে দেওপুজক আৰু মন এন্ধাৰমই হৈচিল; সিবিলাকে জিৰুপে আপোনাৰ হাতে সজা মাটিৰ বা সিলৰ, বা কাঠ, তাম, পিতলৰ মুৰ্তি কৰি, হাত,

ভৰি, নাক, কান, মুখ দি, সেই মুৰ্ত্তিৰ আ-
গত বলি, বিধান, নৈবেদ্য, আৰু অনেক ফুল
দি আঁহু পাৰি ইস্বৰ বুলি সেৱা কৰি, তাক



হিন্দু দেৱতা বিষ্ণুৰ মুৰ্ত্তি।

ধৰম বুলি জানে; আৰু জগতৰ ইস্বৰ জি জনে সাগৰ, প্ৰিথিবি, মানুহ, আকাস মণ্ডল, চন্দ্ৰ সুৰ্জ সৃজিলে, তেঁও মানুহক নিস্তাৰ কৰিবৰ নিমিত্তে অনুগ্ৰহৰ কাৰনে আপোনাৰ প্ৰিয় পুত্ৰ য়িচু খ্ৰিষ্টক পাপ গুচুআ প্ৰাচিত কৰিবলৈ জগতলৈ পাঁচিলে, এই কথা নে জানি পৰিত্ৰানৰ পথ নে পাই জি মতে নিৰুপাই হৈ থাকে; এই সকলো কথা পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ দেসত সুনি, এই ঠাইত ধৰমৰ কথা কিৰ্ত্তন কৰিবলৈ আহিবৰ মন উচাহি হল। আৰু প্ৰভুএ জি আগ্যা দিচে, বোলে, তোমোলাকে গোটেই খন প্ৰিথিবিলৈ গৈ, সকলো প্ৰানিৰ আগত সুভ বাত্ৰা কিৰ্ত্তন কৰা; তাতে জি কোনোএ বিস্বাস কৰি বুৰ দিওআ হই, সি পৰিত্ৰান পাব; কিন্তু জি কোনোএ বিস্বাস ন কৰে, তাৰ দণ্ড হব; এই কথা সুঁঅৰি প্ৰভুলৈ তেঁওৰ অতি প্ৰেম লাগি, সেই আগ্যা পালন কৰিবলৈ জিয়াই থাকোঁ মানে স্বৰুপ ধৰম আৰু ইস্বৰৰ সুভ বাত্ৰা দেও পুজকবিলাকৰ মাজত কিৰ্ত্তন কৰি

থাকিম, এই কথা মনত নিচয়ে ঠাৱৰ কৰি-লে। পাচে তেঁও আহিবৰ সময়ত মাক আৰু বাপেক, ভাই ভনি, মিত্তিৰ কুটুম সকলোএ আপোনাৰ লৰা মহা সাগৰ পাৰ হৈ বহু দুৰ দেসলৈ জাই, আৰু দেখিবলৈ নে পাম বুলি, আটাইবিলাকে চকুৰ পানি উলিয়াই বৰকৈ কান্দিবলৈ ধৰিলে। কিন্তু ক্ৰন্দন বা মিনত্তিএ তেঁওক নিবাৰন কৰিব নোআৰিলে; তেঁওৰ প্ৰিয়বিলাকে এই ৰুপে সোক কৰি-লেও প্ৰভুৰ মাত আওকনিয়া কৰিব নোআ-ৰি, তিৰোতাই সৈতে বস্তন নগৰৰ ৰলৌ না-



মে এখান জাহাজত উঠিলহি। বৰ সাগৰত আহোঁতে বাৰে বাৰে ধুমুহা বতাহ্ বৰখুনত বেলিও নে দেখে, আৰু মাটিকো দেখিবলৈ নে পাই, এই দৰে চাৰি মাহৰ মুৰত ইশ্বৰে নিৰ্বিঘিনি ৰুপে কলিকতা পোআলে। তাতে ১৫ দিন মান থাকি নাও বিচাৰি পাই ব্ৰহ্ম-পুত্ৰ নদিত তিনি মাহ্ উজাই আহি, অচম দেসৰ জইপুৰ জিলাত থকা মিস্যনেৰি চাহা-বৰ লগ পালেহি।

তাতে সিবিলাকৰ লগত এবচৰ মান থাকি অচম ভাসা সিকিলে, পাচে সিৱসাগৰ জি-লাত থাকিবলৈ উঠি আহিল। তাতে বঙ্গলা এটা সাজি লৰাবিলাকক ইস্কুলত চপাই, জি ৰুপ চাপা খানাৰ কিতাপ ইয়াত কোনেও সিকা নাই, এনে কিতাপ পৰ্হাই সুনাই সিকা-লে। সিৱসাগৰত এবচৰতকৈ অধিক আচিল; পাচে জইপুৰত থকা দুজন মিস্যনেৰি চাহাব আহিলত তেঁও ১৮৪২ সঁকত গুআহাটিত থাকিবলৈ খানান্তৰ হৈ গল; তাতে লৰা তিৰোতাই সৈতে ৭ বচৰ মান থাকিল।

তেতিয়া চাহাব আৰু মেম চাহাব দুয়ো গুআ-হাটিত আৰু চাৰিও ফালে ইস্কুল পাতি লৰা চোআলি আদি আৰু অনেক মানুহবিলাকক সাস্ত্ৰৰ কিতাপ আৰু প্ৰভু য়িচু খ্ৰিষ্ট ত্ৰান কৰ্তাৰ কথা সিকাইচিল; আৰু চাহাবে গাঁৱে গাঁৱে গৈ, জি লোকে সুনে, তাৰ আগতো সুভ বাত্ৰা কিৰ্তন কৰেগৈ। আৰু কেতবিলাক মানুহৰ মন পালটাই য়িচু খ্ৰিষ্টৰ তেজৰ প্ৰাচিত্তত বিস্বাস কৰি অনেক সাখিৰ আগত চাহাবৰ হাতে বুৰ পালে। এই ৰূপে চাহাবৰ কাৰ্বাৰতে তাত এটা সৰু মণ্ডলি থাপন কৰা হল; জেতিয়া তেঁও গুআহাটি এৰি আমেৰিকালৈ জাই, তেতিয়া সেই মণ্ডলিৰ ভিতৰত ২২ জন মান সিস্য হৈচিল।

১৮৪৬ সঁকৰ বচৰত স্ত্ৰীমতি ব্ৰুওন মেম চাহাবে আপোনাৰ দুই লৰাক আমেৰিকা দেসলৈ নিবলৈ উপাই কৰিলে। আমেৰিকা দেসৰ নিচিনা ভাল ইস্কুল ইয়াত নাই, আৰু উমলিবলৈ ইঙ্গৰাজি বাবা লোকো নাই দেখি, পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ প্ৰথম জি-

এক শ্ৰীজুতা মাৰ্গেৰেত বাবাক পৰ্হাবৰ নিমিত্তে সেই ব্ৰুওন মেম চাহাবৰ লগত আপোন দেস আমেৰিকালৈ পঠাবলৈ ঠাৱৰ কৰিলে। তাতে চেনেহৰ বৰ জিএক কি জানি পুনৰ দেখিবলৈ নে পাম, ইয়াকে বুলি পঠাবৰ সময়ত মাক বাপেক দুয়ো বিয়াকুল হৈ কান্দিব ধৰিলে। আৰু মাৰ্গেৰেত বাবাও এইমান দুৰ বাটলৈ মই আই বোপাইক আৰু ভাই ভনিক এৰি জাম বুলি, বিয়াকুল মনেৰে ভালেমান কান্দিলে। পাচে মেম চাহাব জাহাজেৰে গৈ গৈ ইশ্বৰৰ অনুগ্ৰহতে আমেৰিকা পালেগৈ। তেতিয়া মাৰ্গেৰেত বাবাক মেম চাহাবে ককাকৰ ঘৰত থলেনি; কিন্তু ককাক দুই বচৰৰ আগেয়ে ম্ৰিত্যু হল। বুৰি মাকে নাতিনিএকক দেখি পুতেকলৈ মনত পৰি সোকাৱিষ্ট হৈ কান্দিব ধৰিলে। দদায়েক পেহিএকে মাৰ্গেৰেত বাবাৰ মুখ ককায়েকৰ মুখৰ দৰে দেখি চিনি পাই, বৰ ৰঙ্গ মনেৰে সুধিবলৈ ধৰিলে, তুমি আহিলা, বাপেৰে আমাক দেখিবলৈ কাহানিকৈ আ-

হিব? কিন্তু বুৰি মাকে সোক পাই সুধিব নোআৰিচিল; মই আকও প্ৰিয় পুত্ৰক দেখিবলৈ এসা ন কৰোঁ, ইয়াকে মনতে ভাবিচিল। তেতিয়া মেম চাহাবে কলে, দেও পুজকৰ মাজত তোমাৰ পুত্ৰই স্বৰুপ ধৰম সিকাই আচে; মই জানিচোঁ, তোমোলাক আৰু তোমাৰ পুত্ৰৰ দোআৰাই দেও পুজকৰ মাজৰ জি ধৰমিইঁত, দুয়োবিলাক মৰাৰ পাচে স্বৰগত একে লগ হৈ ওৰেও সদাই স্তুতি কৰিব; ইয়াকে বুলিলত বুৰি মাকে সান্তনা হৈ কন্দা এৰিলে।

আমাৰ প্ৰিয় বাৰ্কৰ চাহাবে সিৱসাগৰ এৰি গুআহাটিলৈ জাবৰ পৰা বাৰে বাৰে নৰিয়া পৰি আচিল, আৰু সদাই ৰোগ গৰ্ভত থাকে। কেতিয়াবা কেতিয়াবা টান কৰে, আৰু ডক্তৰ চাহাব লোকৰ অনেক অনেক দৰব খোআতো গা ভাল ন হই, এই নিমিত্তে মিস্যনেৰি ভাইবিলাকে তেঁওৰ আন একো উপাই নাই দেখি তেঁওক আপোনাৰ দেসলৈ জাবলৈ পাঁচিলে। কিন্তু ইয়াত থাকি

সুভ বাত্রা কির্ত্তন কৰিবলৈ বৰ মন হোআত সিবিলাকৰ কথা নু সুনে। পাচে ১৮৪৮ সঁকৰ বচৰত গা অতি দুৰ্ব্বল হৈ জোআ দেখি, আৰু কির্ত্তন কৰিবলৈ বল নাই কিয়া হলত তেঁও সাগৰৰ হেৱা খাবলৈ মল্মাইন নগৰলৈ গল; পৰে চ মাহৰ মুৰত উভতি আহিল, কিন্তু এফেৰিও গা ভাল ন হল। পাচে ইশ্বৰৰ ইচা জানিবলৈ অনেক প্ৰাৰ্থনা কৰি আমেৰি-



কা দেসলৈ জাবলৈ থিৰ হোআত, তিৰোতাই সৈতে বৰ অসন্তোস মনেৰে জাত্ৰা কৰিবৰ নিমিত্তে উপাই কৰিলে। ১৮৪৯ সঁকৰ বচ-

ৰত অক্তোবৰ মাহৰ ২৯ দিন হলত চাহাব আৰু মেম চাহাব চাৰি জন লৰাই সৈতে গুআহাটিৰ পৰা জমুনা নামে ভাপ জাহাজত



উঠি জাবলৈ ধৰাত, তেতিয়া মিত্তিৰ আৰু মণ্ডলি ইস্কুলৰ সকলোবিলাকে আহি বৰ খে-দেৰে, আমাৰ মৰমিয়াল চাহাব আৰু মেম চাহাব আমাক এৰি কলৈ জোআ, এই বুলি অনেক দিন কান্দি আচিল ।

গুআহাটিৰ পৰা গৈ কলিকতা পালত আকও সেই বেদেনা টান কৰিলে । তাতে সকলোএ কৈচিল, কি জানি দেস পাবলৈ জিয়াই নে থাকিব । আমেৰিকা দেসৰ বৰ্পি নামে আন এজন মিস্যনেৰি চাহাব আৰু মেম চাহাব সৰিল স্বস্থ হবৰ নিমিত্তে দেসলৈ জা-বৰ মনেৰে অহাতে বাৰ্কৰ চাহাবে কলিকতা-

তে লগ পালে। এই দুজন চাহাব আৰু আন অনেক চাহাব, মেম আৰু বাবাবিলাকো ডি-চেম্বৰ মাহত কেম্ব্রডাওন নামে জাহাজত উটি গল। তাৰে পৰা ৬ মাহলৈকে কেম্ব্রডাওন জাহাজ আৰু চাহাব লোকৰো একো বাত্রা নে পালোঁ। পাচে এপ্রিল মাহৰ ১৫ দিনত লণ্ডন নগৰ পাই মেম চাহাবে আমালৈ চিঠি লেখি পঠালে। সেই চিঠি পাই আমিও বৰ অসন্তোস মনেৰে সুনিলোঁ, তেঁওৰ প্রিয় স্বামি বার্কৰ চাহাব জানুআৰি মাহৰ ৩১ দিন জোআত আফ্রিকাৰ দাঁতিতে জাহাজে জাঁও-তে বৰ ধুমুহা বতাহ হোআ কালত মচাম্বিক নামে সাগৰৰ এক অঞ্চল পালত ম্রিত্যু হল। পাচে তেঁওৰ মৰা স পেৰাত সুমাই পানিত নমাই ডুবাই দিলে।

আৰু মেম চাহাবে চিঠিত জি জি লিখিচিল, তাক ক্রমে লিখা হব। আমি কলিকতা এৰি গৈ সাগৰ পালত মোৰ প্রিয় চাহাবৰ গা ক্রমে ক্রমে বাৰু কৰিচে, অলপতে আগৰ দৰে ভাল হব, ইয়াকে ভাবিচিলোঁ। কিন্তু

জানুআৰি মাহৰ ১৭ দিনত সেই বেদনা আ-
কও টান কৰিলে, আৰু ভৰি বৰকৈ উখহিল,
গাতো উঠি বহিবৰ সক্তি নাই কিয়া হল।
পাচে ডক্তৰ চাহাবৰ দৰব খালত ইস্বৰৰ
অনুগ্ৰহত আকও গা বাৰু কৰি জাহাজৰ
ভিতৰ খোঁটালিৰ পৰা ওলাই ঢাপৰৰ ওপ-
ৰত হেৱা খাবলৈ গৈ ফুৰিব পৰা হৈচিল।
পাচে ২২ দিনত পুনৰ্ব্বাৰ টান কৰি লাহে
লাহে বল গুচি মৰনৰ দিনলৈকে আকও উঠি
ফুৰিব নোঅৰা হল। ২২ জানুআৰিৰ পৰা
৯ দিনৰ ভিতৰত কেতিয়াবা কেতিয়াবা উখাহ
নিৰুধ হৈ স্বাস টানি টানি আচিল। ২৪
দিনৰ আবেলি বেলা আমাৰ লগত তেঁওৰ
এই ইষ্ট গিত গান কৰিলে।

পবিত্ৰ আত্মালৈ প্ৰাৰ্থনাৰ গিত।

প্ৰভুৰ ওচৰে মোৰ গমন
জেন হব মন সিতল,
পথতে দিয়া মোক পহৰ,
সান্তনা, প্ৰেম নিৰ্ম্মল।

প্রভুত মোৰ আছিল কেনে ৰঙ্গ,
প্রথমে পাই দর্সন!
অহ্, কলৈ গল সেই সুখৰ কাল!
মধুৰ জেন তাৰ স্মৰন।

ঘুৰি আঁহা, স্বর্গিয় কুপৌ,
মোৰ খেমা কৰা দোস;
তোমাক খেদালে জি মোৰ পাপ,
তাক ঘিনাঁও অসন্তোস।

তোমাৰ অহিতে জি জি লোভ
মই প্রিতি কৰোঁ মন,
তাক কাহিঁ পেলাওক, মোৰ ৰিদই
হওক তোমাৰ সিংহাসন।

তাৰ আগেএ এদিন গধুলি মেম চাহাবক আপোনাৰ বিচনাৰ ওচৰলৈ মাতি, অতি প্রিতিৰে কলে, মোৰ প্রিয়া জেইন, প্রভুত মোৰ প্রেম আৰু বিস্বাস জেন বাহেঁ, আৰু প্রভু জেন মোৰ ওচৰত থাকিব, এই নিমিত্তে তুমি প্রার্থনা কৰি থাকা। তেতিয়াৰে পৰা

মৰিবৰ কাললৈকে তেঁওৰ মনত কেতিয়াবা কেতিয়াবা ভ্ৰম হৈছিল। ২৯ দিনৰ গধুলি আন কালৰ দৰে বিচনালৈ উঠি সুলে; পাচে পুআ ৪ বাজিবৰ সময় নিৰুস্বাস হৈ বিচনাৰ পৰা নামি, তাতে আউজি থকাত মেম চাহাবে সুনি সাৰ পাই, তেঁওক তুলি ধৰি চকিত বহুআলে। পাচে উশ্বাহ লৈ অলপ স্বস্ত হৈ তেঁও কলে, মোৰ বল নাই কিয়া, মোক খাবলৈ কিচু আৰুৰুত দিয়া, ইয়াকে বোলাত মেম চাহাবে তাক সিজাবলৈ হুকুম দি ডক্তৰ চাহাবক মাতিবলৈ গল। তেতিয়া ডক্তৰ চাহাবে আহি চাই মেম চাহাবত কলে, তোমাৰ স্বামি জিব নোআৰে, অলপতে মৰিব। মেম চাহাবে সেই কথা সুনি বৰ অসন্তোস লাগিল, আগেয়ে মৰিব জেন বুজা নাই। পাচে ডক্তৰ চাহাব আদি লোকে বিচনাত তুলি সুআই থলে; তাৰ পৰা সেসলৈকে উঠিব নোআৰিলে। তাতে আগতকৈ মন অথিৰ হৈ মাজে মাজে বাতুল জেন হই, আৰু তেঁও গুআহাটিত জেন আচে, আগৰ চিমন ডক্তৰ চাহা-

বৰ লগত কথা হৈ থাকে। পাচে পাদুৰি বৰ্ণি চাহাবে প্ৰাৰ্থনা কৰিবলৈ আহিলে; তেঁওৰ প্ৰাৰ্থনা মনে বুজাৰ দৰে সুনিলে; জেতিয়া অন্ত হল, তেতিয়া তেঁও বুলিলে, আমেন, ইস্বৰৰ ইচা পুৰ হওক। আৰু জি নতুন মিস্যনেৰি চাহাব অচম দেসলৈ আহিচে, সিবিলাক বেগাই নিৰ্বিঘিনিএ আহিবলৈ বৰ ইচা কৰি তেঁও অনেক কথা কবলৈ ধৰিলে। গধূলি বেলি পাদুৰি বৰ্ণি চাহাবে আকও প্ৰাৰ্থনা কৰি এঁটাই তেঁওত সুধিলে, তোমালৈ খ্ৰিষ্ট প্ৰিয় হৈচে নে, আৰু অকল তেঁওত তোমাৰ বিস্বাস আচে নে? তেঁও বুলিলে, হই, মোৰ বিস্বাস অকল তেঁওতে আচে; কিন্তু আন কালৰ দৰে প্ৰভু মোৰ ওচৰ হোআ জেন নে পাঁও; মই প্ৰথমতে জাহাজত উঠিবৰ দিনা তোমাত কৈচিলোঁ, মোৰ প্ৰিয় প্ৰভুৰ ওচৰত থাকিবলৈ বৰ বাঞ্চা হই; আৰু মোৰ সৰিল আত্মা সকলোকে তেঁওত সোধাই দিবলৈ জতন কৰিলোঁ, কিন্তু তেঁওৰ আগত একোৰো জোগ্য

ন হঁও; তেঁও উঠানো জিৱনো, জি জনে তেঁওত বিস্বাস কৰে, সি কেতিয়াও ন মৰে ।

তেতিয়া বাপেক মৰাৰ আসির্বাদ পাবলৈ লৰাইঁতক মাতিলে । পাচে ওচৰলৈ আহিলত দেখি সিইঁতৰ গাই পতি নাম কাৰ্হি, এদি, ৰুথি, চাইৰচ, মেৰি, তোমোলাকক ইস্বৰে আসির্বাদ কৰোক বোলাত সিবিলাকে গাই গাই বাপেকক চুমা দিলে, আৰু বাপেকেও গাই পতি মুৰত হাত দি আসির্বাদ দিলে । বৰ পুতেক এদিৰ ওপৰত প্রার্থনা কৰিলে; সেই সুমতে সনিপাত হৈ গা ঘামি আসন হৈ গল । তেতিয়া পাদুৰি বর্পি চাহাব, মেম চাহাব, আৰু জাহাজত থকা আন মিতিৰ সকলো তেঁওৰ ওচৰলৈ আহিল, কিন্তু জগতৰ লোকে সেই কালত উপকাৰ কৰিবলৈ কাৰো সক্তি নাই । পাচে তেঁওৰ গা চাটি ফুটি কৰি প্রায়ে মৰনৰ দুখেৰে ঘাম বৈ বৈ আচিল । কিন্তু তেঁওৰ মন ঠাৰৰ কৰি সৰিল নম্র ভাৱে ইস্বৰক সোধাই দি আচিল । ৰাতি মাজে মাজে মেম চাহাবে

সুধিলে, মোক চিনিচা নে? তেতিয়া চাহাবে মৰমেৰে মিটিকিয়াই উতৰ দি কলে, হই, তুমি মোৰ প্রিয়া জেইন। আৰু এবেলি ক্লান্ত হৈ আন আন কথা লাহে লাহে কৈ-চিল, প্রায়ে সুনিবলৈ নে পাই। কিচু কালৰ পাচে মন বাতুল জেন হৈ, অচম মতে কথা কৈ গুআহাটিৰ ইস্কুল আৰু মণ্ডলিৰ সিস্য, খোৰা, আপিন্তা, পতি আদি কৰি নাম কাৰ্হি অনেক কথা কলে। আপিন্তাত সুধিলে, তুমি নিতৌ প্রাৰ্থনা কৰি সাস্ত্র পৰ্হি থাকা নে? তে-তিয়া মেম চাহাবে কলে, তুমি কিয় ভ্রম হৈচা? আমি গুআহাটিত থকা নাই, সাগৰৰ ওপৰত জাহাজতে আচোঁ; কিন্তু গুআহা-টিত থকা মিত্তিৰ মানুহলৈ জেতিয়া চিঠি লি-খোঁ, তেতিয়া তোমাৰ কথা কি পচাম? তাতে চাহাবে সমিধান দি কলে, মই আদিৰে পৰা এতিয়ালৈকে সিবিলাকক প্রিতি কৰিচোঁ; আৰু সিবিলাকে জেন য়িচুৰ চৰনত প্রেম আৰু ভক্তি ৰূপে থাকে, মোৰ এনে বৰ ইচা। আৰু আমাৰ আমেৰিকা দেসৰ মিত্তিৰবিলা-

কলৈ কি পঠিয়াবা বোলাত, চাহাবে কলে, মোৰ মাতিবলৈ বল নাই, আতঙ্গৰিয়া হৈ-চোঁ; দেও পুজকৰ মন পালটি ইস্বৰক ভজা এই সুভাগ্য কালত মৰিবৰ ইচা নাই, তথা-পি ইস্বৰে মাতিলে, কেনেকৈ থাকিব পা-ৰিম? মোৰ জিৱন ইস্বৰৰ হাতত থৈচোঁ। ইয়াৰ পাচে অলপ আৰুকত খুআলে, তে-তিয়া কিচু স্বস্ত হলত মেম চাহাবে কলে, মই তোমাত জি জি অপৰাধ কৰিচিলোঁ, তাৰ দাই খেমা কৰা। চাহাবে কলে, তো-মাৰ একো দাই নাই, কিন্তু মোৰেহে অপ-ৰাধ খেমিব লাগে।

পাচে ডক্তৰ চাহাবে কথা ন কৈ সুই থা-কিবলৈ হুকুম দিলে; কিন্তু দুখৰ কাৰনে টোপনি নাহে; আৰু বৰ বতাহেৰে সমুদ্রুৰ খলকত জাহাজ চলঙ্গ পলঙ্গ কৰি থকাত চা-হাবে কিচু সুখিল নে পালে। ৰাতি পুআ-ৰে পৰা ধুমুহা বাৰ্হিলত জাহাজৰ আটাই-বিলাকে দুখ আৰু বৰ ভই পালে, কিন্তু চা-হাবৰ দুখ বা সুখ একোৰো চিন্তা নাই কিয়া

হল। পাচে ১১ বজা মানত চকুত জাল মাৰি ধৰাত ঘনে ঘনে মচিবলৈ ধৰিলে। তেতিয়া মেম চাহাবলৈ ঘুৰি চাই কলে, তোমাৰ ৰুপ কেনেবা আচৰিত জেন দেখোঁ। তাৰ অলপৰ পাচে হাত চেঁচা পৰিল, নখ কলা পৰি গল, উশাহো দিঘলকৈ ৩। ৪ বাৰ লৈ পাচে উশাহ্ নাই কিয়া হল। এই ৰুপে জি প্ৰিয় স্বামি, লৰাইঁতৰ মৰমিয়াল বোপাই, মণ্ডলিবিলাকৰ ৰখ্যক, আৰু দেও পুজকৰ মিতিৰ, জি জনে বাপ মাও, ভাই ককাই, মিতিৰ কুটুম দেস এৰি, নতুন নিয়মৰ সুভ বাত্ৰা দেও পুজকবিলাকৰ আগত সিকাবলৈ আহিল, সেই জনৰ জিৱাত্মা স্বৰগৰ পবিত্ৰ থানৰ দুত আৰু সাধুবিলাকৰ সঙ্গত থাকি স্তুতি গিত গান কৰিবলৈ গল।

পাচে মেম চাহাব আৰু লৰাইঁতে অসন্তোস কৰি কান্দিবলৈ ধৰিলে। সিবিলাকৰ সান্তনাৰ নিমিত্তে ম্ৰিত্যু সৰিল মাথোন থাকিল, তথাচ মৰা জনৰ মুখো হৰ্সিত জেন, দেখিবলৈকো অতি সুন্দৰ হৈ আচিল; কিন্তু কন্দাবিলাকক

একো সমিধান দিব নোআৰে। গধুলি নৌইঁওতে জাহাজৰ কাপ্তান, আন চাহাব, আৰু লস্কৰ সকলোএ আহি চাই, চাহাবৰ মৰা স পেৰাত সুমাই জাহাজত থকা দিঘল নাও খনত তুলি থলে। বৰ ধুমুহাত নাও ঢলঙ্গ পলঙ্গ কৰি থকাতে সেই দিনাৰ নিসাও ধুমুহাৰ ভয়তে আটাই মানুহৰ গা কঁপি আছিল। আৰু চাহাবক পেৰাত থবৰ পৰা লৰাইঁত আৰু মেম চাহাবেও পুনৰ সিবিলাকৰ অতি প্ৰিয়ক দেখিবলৈ নে পালে। পাচ দিনা দুপৰ মান বেলিত বতাহ কিছু সান্ত হলত সুভ কাল পাই চাহাব লোক আৰু সকলো মানুহ গোট খাই, ম্ৰিতকৰ পেৰা নাৱৰ পৰা আনি জাহাজৰ ঢাপৰত থলত কাপ্তান চাহাবে কিতাপত সাস্ত্ৰৰ কথা আৰু প্ৰাৰ্থনা পৰ্হিলে। পাচে পেৰা সাগৰত নমাই পুতি থলে। সেসৰ মহা দিনত আমাৰ প্ৰভু মেঘৰ ওপৰত দুতবিলাকে সৈতে ভেঁৰি বজাই আহি মৰা লোকৰ উঠানলৈকে চাহাব তাতে থাকিব। সাগৰৰ মাজত চাহাবৰ সৰিল জি ঠাইত

পুতিলে, তাৰ ওচৰত এটা বৰ সিল আচে, সেই সিলৰ নাও বাৰ্কৰ সিল। তেঁওৰ সৰিল থোআ ঠাই দেখাবৰ নিমিত্তে আন একো চিন নাই; কিন্তু তেঁওৰ সৰিল হেৰাল, পাব নো-আৰে, ইয়াক ভবাৰ একো কাৰন নাই; কিয়নো ইস্বৰে জি সক্তিএৰে প্ৰথমতে মানুহক স্রুজিলে, সেই সক্তিএৰে সকলো মৰা লোকৰ সৰিল পোতা বা পোৰা হওক, বা ভস্ম হৈ উৰি জাওক, তেও সেসৰ মহা সোধৰ দিনত আটাইকে চপাই তুলিব।



আমাক উৰাই নিচে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক ।
জৌৱন, সোভন, সংসাৰৰ
সকল সুখ তিলেকত ৰই,
মৰ্ত্যৰ জি উতম সুন্দৰ,
মৈদামত হব খই ।

আমাক উৰাই নিচে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক ।
কিন্তু জাব খ্ৰিষ্টৰ দাস
ভুগি সুখ ওপৰৰ ঠাই;
সোভা হব প্ৰভুৰ পাস,
অনন্ত জৌৱন পাই ।

# য়ান হার্ম্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন ।

---

MEMOIR OF

# JAN HARMSDEN.

Translated into Asamese.

BY REV. C. HESSELMEYER.

SIBSAGOR:
PRINTED AT THE AM. BAPTIST MISSION PRESS.
1852.

# য়ান হার্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন ।

হলণ্ড দেসৰ গেলডর্ন প্ৰদেসৰ এক সৰু গাঁৱত য়ান হার্মচেন নামেৰে এটা মাউৰা লৰা আচিল । ইঙ্গৰাজি ১৭৭৮ সঁকত জনম হৈ ১৩ বচৰ বয়সত তাৰ ম্ৰিত্যু হল । তাৰ বাপেক এজন দুখিয়া পৰিস্ৰুমি লোক হোআৰ কাৰনে আপোনাৰ লৰাক পৰ্হা সালিত পঠিয়াব নোঅৰা দেখি সেই লৰা অগিয়ানি হৈ বাৰ্হি ডাঙ্গৰ হল ! তাৰ আঠ বচৰ বয়সত মাক মৰিল । সেই সময়ৰ পৰা অকল সৰিয়া হলত খেতি পথাৰে মুই ফুৰি আপোনাৰ দিন কাল এনেই নিয়াইচিল; আৰু বিস্ৰাম বাৰৰ দিনাও সি আপোনাৰ অসাৱধান বাপেকে সৈতে লগ হৈ গৈ, জত একো নি সিকি কেৱল অনুচিত আৰু ইস্বৰক নিন্দা কৰাৰ

কথা সিকে, এনে চেৰাপ বেচা দোকানিৰ ঘৰ-
লৈ গৈ থাকিচিল ।

ইঙ্গৰাজি ১৭৮৮ সঁকত তাৰ দহ বচৰ বয়স হলত দুখিয়া বাপেকো হঠাত ম্রিত্যু হৈ মৰিল হেতুকে ওচৰ চুবুৰিয়া এঘৰত গতাই দিয়াত আহাৰ পাই পৰ্হা সালিত পঠিয়াবলৈ থোআ হল । তাৰ দহ বচৰ বয়স হলতো অলপমান পৰ্হিবলৈ সিকাবলৈকো অনেক দিন লাগিল । সেই লৰাক জাৰ ঘৰত থোআ হৈ-চিল, সেই লোকেও আৰু তাৰ সিখ্যকেও ধৰম সাস্ত্ৰৰ কোনো গিয়ানৰ কথাত তাৰ মন ফিৰা-বলৈ কেতিয়াও কাৰ্বাৰ কৰা নাচিল । ইস্বৰ আৰু ত্ৰান কৰ্তাৰ কেনে প্ৰেম, তাৰ বিসয়েও সেই লৰাই একোকে জনা নাচিল; আৰু খ্ৰিষ্টৰ নামকো সি নে জানিচিল । দায়ালু ত্ৰান কৰ্তা জি সৰু লৰাৰ মিত্ৰ, জদি তেঁও সেই লৰাক মৰম ন কৰিলেহেঁতেন, সেই লৰা সেই অগিয়ানি অৱস্থাতেই থাকিলহেঁতেন, ইয়াত একো সংসই নাই । ইস্বৰক মানিবলৈ আৰু ভই কৰিবলৈ সিখ্যা পোআ য়ানৰলগৰ এজন

ওমলা লৰা জাৰ নাম পিতৰ আছিল, সেই লৰাই সৈতে য়ানে বাটত কথা কোআ কুই কৰি কোনো ওচৰ চুবুৰিয়া এঘৰৰ গাঁৱলৈ জাঁওতে, য়ানে আপোনাৰ আগৰ সপত খোআ ৰিতিৰ দৰে প্ৰাই সকলো কথাতে সপত খোআত পিতৰে তাক অনুজোগ কৰি এই কথা কলে ।

পিতৰ । চিহ্, চিহ্, য়ান, তুমি সপত নো খোআকৈ কথা কব নোআৰা নে?

য়ান । হঁা পিতৰ, মই নো কিয় সপত নে খাম?

পি । সেয়ে পাপ ।

য়া । পাপ নো কি?

পি । সেয়ে কুকৰম, তাকে কৰিলে পাপ হই; আৰু জি সকলে পাপ কৰে, সেই সকলোএ দণ্ড পোআ হব ।

য়া । চিমোন নামেৰে জি জন মোৰ গৰাকি তেঁৱেই সপত নে খাবলৈ মোক বাধা ন কৰে, আৰু গাঁৱৰ অধিকাৰ জনে আপুনি নিজে সপত খাই, তেন্তে কোনে মোক দণ্ড দিব?

পি। ইস্বৰে তোমাক দণ্ড দিব।

য়া। তুমি ইস্বৰ বুলি জি কৈচা, এয়ে মোৰ মনত পৰিচে হই, কিয়নো তুমি কো· আৰ দৰেই তিৰোতা এজনিএও এবেলি মোক কৈচিলে; কিন্তু মই তালৈ ভই ন কৰোঁ; সেই জন মানুহক মই কেতিয়াও দেখা নাই, আৰু তেঁও মোকো নে জানে, এই কাৰনে তালৈ একো ভই নাই। বাৰু পিতৰ, তুমি আঁহা-চোন, তেঁও নো কোন জন, আৰু কত থাকে, তাকে মোত কোআহি।

পি। অস অস, য়ান, তুমি ইমান অগিয়ানি নে? ইস্বৰ মানুহ ন হই; জি জনে এই প্ৰিথিবি আৰু আমি দেখা সকলো বস্তুকে স্ৰুজন কৰিলে, ইস্বৰ সেই জন; বেলি জোনৰ ওপৰেও স্বৰগত তেঁও থাকে।

য়া। এইমান ওপৰে দুৰৈত থাকে জদি, তেঁও মোক কেনেকৈ জানিব পাৰে?

পি। মোৰ বোপাই আয়ে মোত কই, বোলে, ইস্বৰে সকলোকে দেখে আৰু সুনে, আৰু স্বৰূপকৈ সকলো দুৰাচাৰিকে তেঁও দণ্ড দিব।

জেতিয়া এই কথাবিলাক য়ানৰ মনত ক্রমে বৰকৈ লাগিল, তেতিয়াৰে পৰা য়ানে বিয়াকুল হৈ পৰিত্রানৰ পথ সিকি আৰু বাৰ সপত নে খাবলৈ মনত থিৰ কৰিলে; তথাপি সেই মন্দ আচৰনৰ এইমান সক্তি আচিলে, জে সি সপত নে খাবলৈ মনত থিৰ কৰিও বাৰে বাৰে সপত খোআত, পিতৰে জি কথা আগৈএ কৈচিলে, সেই কথাৰ গুনেই য়ানৰ মনত বৰ ভই বৰ্হোআৰ গুন হল ।

জি এজনি ভাল তিৰোতাই আগৈএ য়ানৰ মন্দ আচৰন দেখি তাক ডাঁটি কৰিচিলে, সেই তিৰোতাই য়ানক এদিনা ভাবনা কৰি সোককৈ বহি থকা দেখি সুধিলে, প্রিয় য়ান, তোমাৰ কি হৈচে? পাচে সি কলে, মই বৰ অধৰমি হৈচোঁ, আৰু মই সুনিচোঁ, অধৰমি লোক সকলক দণ্ড দিব, ইয়াতে মোৰ মনত বৰ ভই সোমাইচে । এই কথা সুনি সেই তিৰোতাই আপুনি জিমান জানে, তিমান সিকালে; আৰু তাক কলে, তুমি গির্জা ঘৰলৈ গৈ ইস্বৰৰ কথা সুনা, তাতে তুমি কি কি কৰিব লাগে, আপু-

নি জানিবা। তেতিয়াৰে পৰা য়ানে সুভ বাত্রাৰ কথা থিৰ ৰুপে সুনোঁতা হল; তেও সেই লৰা এনে অগিয়ানি আচিলে, জে উপদেসৰ কথা একো বুজিব নোআৰিচিল। পাচে সেই তিৰোতাই আপুনি ন জনাৰ কাৰনে তাক আৰু সিকাব নোআৰি আপোনাৰ প্ৰচাৰকৰ তালৈ লৈ গৈ কলে, হে প্ৰিয় প্ৰচাৰক, আমাৰ চুবুৰিয়াৰ ঘৰত থকা এই সৰু লৰাটক তোমাৰ এখেলৈ আনিচোঁ; ই আপোনাৰ পাপলৈ মনত খেদ কৰি আৰু সান্তনা নে পাম বুলি ভাবনা কৰিচে; এই সৰু মাউৰা লৰাটিক লওক, আৰু ধৰমৰ কথা সিকাওক। পাচে প্ৰচাৰকে লৰাটক ললে, আৰু মই ইয়াক ধৰমৰ কথা সিকাম বুলি সেই তিৰোতাত কলে; আৰু প্ৰচাৰকে য়ানকো এই বুলি কলে, ইস্বৰৰ দায়াৰে তোমাৰ পাপ আৰু ভয়ৰ পৰা একে বেলিএ জেন ৰখ্যা পাব পাৰা, এনে এক উপাইৰ কথা মই তোমাক জনাব পাৰোঁ। পাচে আৰু বাৰ তাক কলে, বুধ আৰু সনিবাৰৰ দিনা গধুলি পৰত তুমি মোৰ ইয়ালৈ

আহিবা, পিচে ভালকৈ তোমাক মই উপাইৰ কথা জনাম ।

সেই সময়ৰে পৰা প্ৰচাৰকে কোআৰ দৰে য়ানে গৈ থকাত, এদিনা প্ৰচাৰকে তাত কলে, হে মোৰ প্ৰিয় য়ান, সৰ্বদা ধন্য ইস্বৰ, জি জনে প্ৰিথিবিৰ ধুলিৰে মানুহ নিৰ্মান কৰি, সৰিলেৰে সৈতে নষ্ট ন হৈ সৰ্বকালে জিয়াই থকা এক অমৰ আত্মা দিলে । প্ৰথম মানুহে জদি ইস্বৰৰ আগ্যা উলংঘি পাপ ন কৰা হলে, মনুস্য জাতিক কেতিয়াও ম্ৰিত্যুএ বস কৰিব নোআৰিলেহেঁতেন । কিন্তু আগ্যা উলংঘন কৰিলত সকলো মনুস্য বংসৰ ওপৰত ম্ৰিত্যুএ সক্তি পোআত সকলোএ ম্ৰিত্যুৰ অধিন হল । এই হেতুকে সকলোএ অৱস্য মৰিব লাগে; কিন্তু তাতকৈ এইহে এক মহা ভয়ঙ্কৰ, জে মানুহে আপোনাৰ পাপৰ ফলে অমৰ আত্মাক অনন্ত দণ্ডৰ অধিন কৰিলে । হে মোৰ প্ৰিয় য়ান, এতিয়া তুমি বিবেচনা কৰা, পাপৰ স্বৰূপ ফল এই; তুমি, মই, আৰু সকলো মনুস্য জাতিএই অনন্ত দুখৰ অধিন হৈচোঁ । এই

কথা য়ানে সুনি মনত খেদ পাই কান্দি কলে, তেন্তে সেই অনন্ত দুখ আরু পাপৰ পৰা ৰখ্যা পাবৰ কোনো উপাই নাই নে? ন হই, প্রিয় য়ান, আমাৰ মাজত নাই, প্রচাৰকে বুলিলে; আমাৰ আপোনাৰ মাজত কোনো উপাই নাই; কিন্তু ক্রিপাৱন্ত ইস্বৰে আমালৈ মৰম কৰি এক ঠিক জোগ্য উপাই কৰি দিলে। তেতিয়া য়ানে বৰ ইচাৰে সুধিলে, সেয়ে নো কি উপাই, তাকে মোত কোআ। হাই হাই, প্রিয় য়ান, এই বুলি উপদেসকে উত্তৰ দি কলে, আমি সকলোএ পাপি, আরু উচিত মতে বিনাসি আচোঁ। কিন্তু এই অদ্বিতিয় দায়া, আমাৰ স্বৰগৰ পিত্রিএ আপোনাৰ একে জনা প্রিয় পুত্রকে আমালৈ দিলে, আরু মানুহৰ পাপ তেঁওৰ ওপৰত লবলৈ তেঁওক আমাৰ এই প্রিথিবিত পঠালে; পাচে তেঁওৰ ডেৰ কুৰি বচৰ বয়স হলত মানুহে জেনেকৈ অনন্ত কাললৈকে সুখে থাকিব পাৰে, তেঁও তেনে বৰ কাৰ্জ আৰম্ভিলে। কিন্তু তাতকৈও এয়ে কেনে এক আচৰিত, জে তেঁও আমাৰ

সলনি হৈ দুখ ভোগ খাই পেৰেঙ্গনিৰ ওপৰত ম্রিত্যু হল। কোনো মতে জেন আমি অনন্ত ম্রিত্যুৰ পৰা ৰখ্যা পোআ হব পাৰোঁ, তেঁও আমাৰ কাৰনে এক দুখৰ জিৱন সহিবৰ পা-চতো আমাৰ পাপৰ ধাৰ জি কেলেস, তাক তেঁও সহিলে; আৰু কেৱল সেয়ে ন হই, আমাৰ অনন্ত দণ্ডৰ জোগ্যৰ ঠাইত তেঁও বিনা মুল্যে আমাক অনন্ত জিৱন আৰু সুখ দান দিবলৈ জাচি আচে; আৰু সকলো পাপি জি কোনোএ মন পালটাই খ্রিষ্টত বিস্বাস কৰি ত্রান কৰ্তা বুলি আনন্দেৰে গ্রহন কৰে, সেয়েই দণ্ডৰ পৰা মুক্তি পাব। আৰু মোৰ প্রিয় য়ান, তুমিও এই অমুল্য য়িচুত বিস্বাসৰ দো-আৰাই ৰখ্যা পাব পাৰা, আৰু মনত ৰখা অকল তেঁওতহে বিস্বাসৰ দোআৰাই তুমি আ-পোনাৰ পাপৰ খেমা আৰু অনন্ত সুখ পাব পাৰা। জদিও সিখ্যকে এনে সৰল আৰু পোন কথাৰে সেই লৰাই সৈতে কথোপকথন কৰিলে, তেও সেই কথাৰ মাজত কিচু কথা থাকিল, জি সেই লৰাই বুজিব নোআৰিলে;

তেতিয়া য়ানে চিত্কাৰ কৰি কলে, হে মোৰ প্ৰিয় সিখ্যক, সেই প্ৰিয় য়িচুৰ ওচৰলৈ মোক লৈ জোআ, কিয়নো তেঁওক দেখিবলৈ আৰু তেঁওৰ মহত প্ৰেমৰ ধন্যবাদ কৰিবলৈ মোৰ বৰ ইচা হৈচে। পাচে সিখ্যকে বুলিলে, মোৰ প্ৰিয় য়ান, তোমাৰ এই স্বভাবিক চকু-এৰে প্ৰভু য়িচুক দেখিব নোআৰা; তেঁও এতিয়া স্বৰগত ৰাজ সাসন কৰে, তেঁও সত্য ইস্বৰ, আৰু তেঁও সদাই আমাৰ চাৰিও ফালে ওচৰতে আচে; তেঁও সকলো বস্তুকে দেখে আৰু সুনে। য়ান, জেনেকৈ তুমি আন কোনো মানুহে সৈতে সমুখা সমুখি হৈ কথা বাত্ৰা হোআ, তেনেকৈ এতিয়াও তেঁওৰে সৈতে তুমি কথা হব পাৰা, কিয়নো তেঁও সকলো ঠাইতে আচে। এই হেতুকে হে মোৰ প্ৰিয় য়ান, আঁহা, প্ৰভু য়িচুৰ আগত আমি আঁঠু লোৰি প্ৰাৰ্থনা কৰোঁ, তেঁও জেন আমাক পবিত্ৰ আত্মাৰ দান দিএ, জাৰে আমি এতিয়াৰে পৰা পাপ এৰি তেঁওক সদাই প্ৰেম কৰিবলৈ আৰু ইস্বৰৰ ইচাৰ মতে আচৰন কৰিবলৈ আমাৰ

সক্তি হই। পাচে সিবিলাকে দুয়ো আঁঠ পাৰিলত সিথ্যকে বৰ ইচাৰে প্ৰভু য়িচুত প্ৰাৰ্থনা কৰিলে; আৰু য়ানক প্ৰভু য়িচুএ অনুগ্ৰহ কৰি জি দায়া দান দিলে, সেই মহত ক্ৰিপাৰ কাৰনেও সিথ্যকে প্ৰভুক অনেক ধন্য-বাদ কৰিলে। অস, য়ানে তেতিয়া কেনে হৰ্স মনেৰে গমিলে! আনন্দৰ আৰু ক্ৰিতগ্য-তাৰ চকুৰ লো আপোনাৰ গালে দি বৈ তল-লৈ পৰিল। আৰু আপুনি সকলো মহা সঙ্কাৰ ভয়ৰ পৰা ৰথ্যা পাই আপোনাৰ ঘৰলৈ উভ-তি আহি সেই জি ভাল তিৰোতা তাৰ মিতিৰ আচিল, তাইৰ আগত লৰি গৈ কলে, এতিয়া হলে মোৰ মনত আনন্দ পাইচোঁ, কিয়নো মই ত্ৰান কৰ্তাক পালোঁ! পাচে য়ানৰ বে-লেগ আচৰন সকলোৰে আগত প্ৰকাস হল; আৰু য়ানে তেতিয়াৰে পৰা সপত খোআ নাই, আৰু আপোনাৰ মুখৰ পৰাও অনুচিত কথা কেতিয়াও কোআ নাচিল। য়ানে ধৰম সাস্ত্ৰত এই এক কথা বুজি পালে, জে সকলো মিচা কথা চইতানৰ দোআৰাই হই, আৰু সেয়ে

পাপ। তাকে বুজাত য়ানে আটাই পাপৰ পৰা ৰখ্যা পাবৰ কাৰনে কোনো নির্জান ঠাইত গৈ নিত্তৌ য়িচুত প্রার্থনা কৰি কৰি থাকিচিল।

পাচে য়ানৰ বাৰ বচৰ বয়স হলত, সিখ্যকে তাক কোনো এক খেতিয়কৰ তত কাম লগাই দিলে। পাচে সেই খেতিয়ক আৰু তাৰ তিৰোতাই বৰ দায়া আৰু ইচাৰে সেই লৰাক ৰাখিলে; আৰু সিবিলাকৰ দুইৰো মন অতি সিঘ্রে সেই লৰাৰ ওপৰত আসক্ত হল; কিয়নো সিবিলাক দুজনেও প্রভু য়িচুক প্রেম কৰিচিল। আৰু য়ানে আপোনাৰ দিনৰ কাম কৰি এঁটাই গধুলি পৰত প্রভু য়িচু খ্রিষ্টৰ কথা ধৰম পুথিত পৰ্হি সেই কথাকে পুনৰ আপোনাৰ চাৰিও ফালে বহা মানুহৰ আগত বুজুআতকৈ আন একোতে বৰ আনন্দ নে পাইচিল। পাচে জহ কাল পৰিলত য়ানে পথাৰত এদিন সুকান ঘাঁহ আনিবলৈ গলত, গাৰিৰ ওপৰত ঘাঁহ ভৰা দি ঘৰলৈ ওভতাই চলাই আনোঁতে গাৰিৰ ঘোঁৰা এটাই ভই পাই উচাব

খাই লৰ মৰাত য়ান গাৰিৰ ওপৰৰ পৰা তললৈ পৰাত বুকত বৰকৈ খুন্দা খালে। পাচে তাক ঘৰলৈ বোআই অনালত তাৰ ওচৰলৈ এজন ডক্তৰক বেগতে পঠিওআ হল। ডক্তৰে আহি দেখিলে, সি এনেহে দুখ পালে, জে আৰু স্বস্ত হব নোআৰে; তেও তাৰ সেই বেদনা গুচাবলৈ অনেক প্ৰকাৰ উপাই কৰা হৈচিল, কিন্তু নোআৰিলে। পাচে তাৰ প্ৰিয় সিখ্যকেও তাক বেগতে দেখিবলৈ আহি এই বুলি কলে, মোৰ প্ৰিয় য়ান, মই দেখোঁ জে তুমি অলপ সমই মাথোন জিবা। য়ানে তেতিয়া হাস্য মুখেৰে উতৰ দি কলে, অ, তেন্তে মোৰ প্ৰিয় ত্ৰান কৰ্তাক মই দেখিবলৈ পাম; জি জনে মোৰ প্ৰান ৰখ্যা কৰিবৰ কাৰনে পেৰেঙ্গনিত প্ৰান চাৰিলে, সেই য়িচুক দেখিবলৈ পালে মোৰ কি সুভাগ্য! আৰু পাপি জি মই, মোলৈ তেঁও জি অনুগ্ৰহ কৰিলে, মই তাৰ কাৰনে কেনে ধন্যবাদ আৰু স্তুতি কৰিম!

পাচে তিন দিন তিনি ৰাতি সেই অতি দুখক

ধৌর্জ্যেৰে সহিলে, পাচে চাৰি দিনৰ দিনা য়ানৰ ম্রিত্যু ওচৰ চাপিলত, সেই দায়ালু মন হোআ খেতিয়কৰ আৰু তাৰ তিৰোতাৰ মৰম য়ানৰ ওপৰত হোআৰ কাৰনে য়ানে সিবিলাকক অনেক ধন্যবাদ কৰিলে, আৰু সি মৰিবৰ অলপ নিমিসৰ আগেয়ে সৰু মাতেৰে ধৰম গিতৰ এই গিত গান কৰিলে ।

উঠা হে মোৰ আত্মা, উৰন কৰা ওপৰ,
স্বৰ্গ থানৰ পথে দি;
আৰু বোলা, কিচু নাহি তলে সুৰ্জ্যৰ,
তোমাৰ পদৰ জোগ্য জি ।

এইবিলাক কথাৰে আপোনাৰ চকু মুদি খ্রিষ্টৰ তেজৰ প্রাচিতৰ দোআৰাই আত্মা মুক্ত হৈ সুখি ঠাইলৈ উঠি গল। জিবিলাকে য়ানক জানিচিল আৰু প্রেম কৰিচিল, সিবিলাকে তাৰ চাৰিও ফালে থিয় দি মনত সোক কৰি কান্দি কান্দি থাকিল। এই দৰে সেই মনোহৰ লৰা ম্রিত্যু হল । জদিও সি এক অনাথ মাউৰা লৰা আচিল, তেও তাক সকলোএ প্রেম কৰিচিল, আৰু জিবিলাকে তাক জানিচিল, সিবিলাকে

তাৰ মৰা সৰ পাচে পাচে লগত জাঁওতে সি-
বিলাকৰ প্ৰেম জে তাত হৈছিল, তাক প্ৰকাস
কৰিবলৈ বৰ চিন্তা কৰিছিল। পাচে জেতিয়া
মৰা সৰ চন্দুক মাটিৰ তলত থোআ হল, তে-
তিয়া প্ৰচাৰকে লগত জোআবিলাকত এই কথা
কলে; য়ানে আপোনাৰ মন পালটনৰ আ-
গেয়ে জেনে আছিল, তাৰ দৰে তোমোলাক
দুষ্ট নো হোআ হব পাৰে; কিন্তু হে মোৰ
প্ৰিয় সন্তান সকল, ইয়াক তোমোলাকে সোঁঅ-
ৰা, ইশ্বৰে সকলো বিসয়কে দেখে আৰু সুনে;
কিন্তু জদি তোমোলাকে মন পালটন ন কৰা,
তেন্তে সৰু পাপৰ হৈও তোমোলাকে দণ্ড
পাবা। জদিও তোমোলাকৰ মাজৰ কোনো
কোনো য়ানতকৈ দুষ্ট নো হোআ, তেও সৰ্ব্ব-
জান ইশ্বৰৰ আগত সকলোএ দুসি আচোঁ।
এই কাৰনে জাৰ তেজৰ প্ৰাচিত্তেৰে আৰু সুচি
কৰা পবিত্ৰ আত্মাৰে আমি জেন পাপৰ পৰা
সুচি কৰা হব পাৰোঁ, এনে এজন ত্ৰান কৰ্ত্তাত
আমাৰ প্ৰয়োজন আচে। তেন্তে হে মোৰ
প্ৰিয় সন্তান সকল, আঁহা, জি জনা সৰু লৰা

আৰু পাপিবিলাকৰো প্ৰিয় মিত্ৰ, আৰু জি জনে আমাক অনন্ত ম্রিত্যুৰ পৰা উধাৰ কৰিবলৈ পেৰেঙ্গনিৰ ওপৰত প্ৰান চাৰিলে, সেই পৰম পুজনিয় ত্ৰান কৰ্তাৰ ওচৰলৈ জাঁওইঁক; আৰু আমালৈ পবিত্ৰ আত্মাক দান দিবৰ কাৰনে প্ৰভু য়িচুত প্ৰাৰ্থনা কৰোঁ, কিয়নো তেঁও আমাৰ প্ৰাৰ্থনা স্বৰূপকৈ সুনিব ।

হে মোৰ প্ৰিয় ডেকা পৰ্হা সকল, হলগুত থকা এই দুখিয়া মাউৰা লৰাৰ জি বিবৰন তোমোলাকত জনোআ হৈচে, এয়ে স্বৰূপ, ইয়াকে তোমোলাকৰ প্ৰিয় আই বুপাইৰ আগত পৰ্হি য়ানৰ ম্রিত্যুৰ কথা মনত ৰাখিবলৈ অভ্যাস কৰা; আৰু জি জন ত্ৰান কৰ্তাক সি প্ৰেম কৰিচিল, সেই জনক তোমোলাকেও প্ৰেম কৰা; আৰু তোমাৰ সকলো সক্তি আৰু মন তেঁওলৈ উচৰগ কৰা; তেহে মৰন কালত সৰু য়ানৰ নিচিনা জইধনি কৰিবলৈ পাবা; পাচে স্বৰগত তাক আৰু প্ৰভুক প্ৰেম কৰা লোকক দৰ্সন পাবা ।

